# আহোমৰ দিন।





শ্ৰীসূৰ্য্যকুমাৰ ভূঞা এম্-এ।

# আহোমৰ দিন।

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা এম্-এ প্ৰণীত।



# AHOMAR DIN,

OR

AN ACCOUNT OF THE POLITICAL AND SOCIAL CONDITION OF ASSAM DURING AHOM REGIME, A. D. 1229-1827.

BY

**Suryyakumar Bhuyan** M.A.



প্ৰকাশক,—আসাম পাবলিছিং হাউচ।
কালী বিল্ডিং, যোৰহাট আসাম।

বেচ ।।০ আধলি এটি মাথোন।

## উছর্গা।

অসমীয়া সাহিত্যৰ অভিমন্যু,

আহোম-কুল-তিলক

ৰায় চাহাব

শ্ৰীযুত পদ্মনাথ বৰুৱা ডাঙ্গৰীয়াৰ

কৰকমলত

ভক্তি কৃতজ্ঞতাৰ

ক্ষুদ্ৰ চিন স্বৰূপে

'আহোমৰ দিন'

অৰ্পণ কৰিলোঁ।

# পাতনি।

আজি কালি পুৰণি তথ্য পোহৰলৈ উলিওৱাৰ যুগ। আগৰ দিনত আমাৰ দেশৰ নীতি নিয়ম শিক্ষা সমাজ ৰাজ্য শাসনৰ অৱস্থা কেনে আছিল তাৰ আলোচনা কৰাত সকলোৱে মন পাৰি লাগিছে। বৰ্ত্তমানৰ পৰা অতীত যিমানে আঁতৰি গৈছে, সেইবোৰ কথালৈ মানুহৰ মন তিমানে ঢাল লবলৈ ধৰিছে।

প্ৰবল প্ৰতাপী আহোম ৰজাসকলে ছ-শ বছৰ কাল অসমত ৰাজত্ব কৰি সেই ৰাজত্বৰ চিন যুগমীয়াকৈ দেশত ৰাখি থৈ গৈছে। অসমৰ গাঁৱে-ভূঁয়ে নামে-ধামে নীতিয়ে-নিয়মে আলিয়ে-পুখুৰীয়ে মন্দিৰে-দেৱালয়ে সেই ছ-শ বছৰীয়া আমোলৰ সিংহচাৰ এতিয়াও জিলিকি আছে। কিন্তু দুখৰ কথা এই যে এই ৰাজত্বৰ আভাস দিবলৈ আমাৰ কিতাপ নাই। অৱশ্যে, আহোমৰ দিনৰ বুৰঞ্জী উভৈনদী, কিন্তু সেই কালত ভিতৰুৱা [illegible]কলাপ শাসন যন্ত্ৰ কেনেকৈ চলিছিল তাৰ বিষয়ে গ্ৰন্থাদিৰ একেবাৰে অভাৱ বুলি ক'লেও সৰহ কোৱা নহয়।

এই অভাবটি গুচাবৰ কাৰণে আমি এই 'আহোমৰ দিন' উলিয়ালোঁ। আমি যে সকলো কথা নিয়ঁৰীকৈ আলোচনা কৰিব পাৰিছোঁ সেইটো আমাৰ বিশ্বাস নহয়, আৰু ঠায়ে ঠায়ে ভুল-ভ্ৰান্তি থকাটোও সম্ভৱ। এটি অতীত ৰাজত্বৰ বিষয়ে সকলো কথা আতিগুৰি মাৰি লিখিবলৈ যোৱাটো আজি কালিৰ পক্ষে টান, বিশেষতঃ সেই বিষয়ে কোনো প্ৰমাণমূলক গ্ৰন্থাদি নেথাকিলে। এনে স্থলত জনপ্ৰবাদৰ মুখাপেক্ষী হৈ তাৰ সম্ভৱপৰ অংশ গ্ৰহণ কৰাত বাজে আমাৰ আন প্ৰশস্ত উপায় নাই। আহোমৰ দিনৰ সম্পৰ্কে সকলো কথা এতিয়াই লিপিবদ্ধ কৰি নথলে

কালক্রমে সকলো লোপ পাব এইটো ধ্রুৱ। শ্রদ্ধাস্পদ বন্ধুবৰ শ্রীযুত হিতেশ্বৰ বৰবৰুৱা ডাঙ্গৰীয়াই এই বিষয়ে বহলকৈ আলোচনা কৰি এখন বিৰাট গ্রন্থ লিখিছে। তেখেতৰ কিতাপ খনি ওলালে অসমৰ মধ্য-বৰ্ত্ত-মান যুগৰ এটি সুমীমাংসা হব বুলি আশা কৰোঁ।

এই পুথিৰ পৰা কোনোবাই যদি আহোমৰ দিনৰ বিষয়ে অলপ অচৰপ জানিব পাৰে তেনেহলে আমাৰ পৰিশ্রম সাৰ্থক হল বুলি ভাৱিম। অসমৰ বুৰঞ্জী নেজানিলে আহোমৰ শাসন-প্রণালী বুজি উঠা টান, সেই দেখি পুথিৰ আৰম্ভণতে সংক্ষেপকৈ অসমৰ বুৰঞ্জীৰ আভাস দিলোঁ।

তাহানি স্কুলীয়া জীৱনত ছিলঙ্গত থাকোঁতে আহোম ভাষাৰ ওজা ৰায় চাহাব শ্রীযুত গোলাপচন্দ্র বৰুৱা ডাঙ্গৰীয়াৰ মুখে আহোম সকলৰ বিষয়ে নানান কথা শুনিছিলোঁ, আৰু সেই সময়ত ছিলং পাব্লিক্ লাইব্রেৰীত 'অৰুণোদয়' আৰু এচিয়াটিক চোচাইটিৰ জৰ্ণেলত আহোমৰ সম্বন্ধে পঢ়ি আহোমৰ দিনৰ বিষয়ে আৰু কথা জানিবলৈ লেখকৰ প্রবল ধাউতি হয়। 'উষা', 'আলোচনী', আৰু 'আসাম-বান্ধৱত' ওলোৱা এই লেখকৰ পুৰণি অসম বুৰঞ্জী, আহোম ৰজাৰ মৈদাম, কোচৰ অসম আক্রমণ, স্বৰ্গদেও গদাধৰ সিংহ, বৈষ্ণৱ-পীড়ন, তুংখুঙ্গীয়া ফৈদৰ কলঙ্ক, মাণিক বৰা আদি প্রবন্ধ, আৰু জয়মতী কুঁৱৰী, টিপাম ডেকা, মাউৰা লৰাৰ উক্তি, আৰু 'টাইমচ্ অব্ আচামত' ওলোৱা জয়মতীৰ বিষয়ে ইংৰাজী কবিতা আদি এই আগ্রহৰ পৰাই লিখা। বৰ্ত্তমান 'আহোমৰ দিন' পুথি খনিৰ সৰহ ভাগ লেখকে ১৯০৯ চনত এণ্ট্রেঞ্চ পৰীক্ষা দি আজৰি পাই থকা কালত লিখিছিল।

'আহোমৰ দিন' লিখোঁতে কেবাখনিও পুথিৰ সহায় লোৱা হৈছে, এইখিনিতে সেইবোৰৰ গ্রন্থকাৰ, প্রকাশক আৰু উত্তৰাধিকাৰীসকলৰ ওচৰত কৃতজ্ঞতা জনালোঁ।

এই পুথি ৰাইজৰ আগলৈ ওলোৱাৰ মূলত আসাম পাব্লি ছং হাউ-ছৰ প্ৰতিষ্ঠাতা বন্ধুবৰ শ্ৰীযুত জিতেন্দ্ৰকুমাৰ দাস ডাঙ্গৰীয়াৰ আন্তৰিক সহানুভূতি। ছপা কৰোঁতে স্নেহাস্পদ শ্ৰীযুত লক্ষ্মীনাথ ফুকনৰ পৰা বিশেষ সহায় পোৱা গৈছে। এই থিনিতে এই দুজনৰ ওচৰত মোৰ কৃতজ্ঞতা জনালোঁ। সাহিত্যৰথী শ্ৰীযুত সত্যনাথ বৰা বি-এল্ ডাঙ্গৰীয়াই পুথি খনিৰ ভূমিকা লিখি দিয়াত তেখেতৰ ওচৰত মই ধৰুৱা থাকিলোঁ।

সৰ্ব্বশেহত ক'ব লগীয়া এই যে অসমীয়া ৰাইজ আৰু পুথি বছা কমিটিয়ে যদি মৰমৰ চকুৰে এই পুথিলৈ চায় তেন্তে ভবিষ্যতে ইয়াৰ বহুল উন্নতি সাধিবৰ বাঞ্ছা থাকিল।

গুৱাহাটী।
মে, ১৯১৮ খ্ৰীঃ।

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা।

সহায় লোৱা পুথিৰ তালিকা।—

(1) 'Fath-i-yah i-Ibriah' by Sahabuddin Muhammed Talish. Translated into English by H. Blochman M. A. (Journal of the Asiatic Society of Bengal, 1872)

(2) Robinson's 'Descriptive Account of Assam'.

(3) Report on the Province of Assam, 1854-by A.J. Mofatt Mills.

(4) "A few Remarks on the Aasamese Language,'—by Anandaram Dhekial Phukan, 1855.

(5) 'A History of Assam'—by Sir Edward Gait.

(6) ৺কাশীনাথ তামূলী ফুকনৰ 'অসম বুৰঞ্জী'

(7) "অৰুণোদয়ত" ওলোৱা "পুৰণি অসম বুৰঞ্জী" আদি প্ৰৱন্ধাবলী।

(8) স্বৰ্গীয় ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱাৰ—

(i) 'আসাম বুৰঞ্জী'।

(ii) 'আসাম বন্ধুত' ওলোৱা 'আগৰ দিন' প্ৰবন্ধাৱলী।

(9) ৰায় চাহাব শ্ৰীযুত পদ্মনাথ গোহাঁই বৰুৱাৰ

(i) 'আসামৰ বুৰঞ্জী'।

(ii) 'বিজুলী'ত ওলোৱা 'আহোমৰ দিন' প্ৰৱন্ধ।

(10) ৰায় চাহাব শ্ৰীযুত গোলাপচন্দ্ৰ বৰুৱাৰ 'লাইটু বা লাওফলা'।

———

# ভূমিকা।

'আহোমৰ দিন' বোলা পুথিখন পঢ়ি মই বৰ সন্তোষ পালোঁ। পুথিখন শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞাৰ ৰচিত। ই নতুন ধৰণৰ পুথি। আহোমৰ দিনৰ অসমীয়া ৰাইজ আৰু সমাজৰ অৱস্থা ইয়াত বিবৰি লিখা হৈছে। আহোম ৰজাসকলৰ শাসন প্ৰণালী, বিষয়া ভঙ্গা পতা ব্যৱস্থা, কৰ কাটল লগোৱা আৰু তোলাৰ নিয়ম; ৰাজসভা আৰু ৰাজপুৰিৰ ব্যৱস্থা, সাধাৰণ প্ৰজাৰ শ্ৰেণীবিভাগ, আৰু সেই সময়ৰ শিক্ষা আদি সকলো জানিব লগীয়া কথা এই পুথিত বৰ্ণোৱা হৈছে। পুৰণি কালৰ কথা জানিবলৈ সকলোৰে অভিলাষ হয়, কিন্তু আজিলৈকে যি কেইখন বুৰঞ্জী প্ৰকাশিত হৈছে তাত এনেবোৰ কথা পাবলৈ নাই। ভূঞাদেৱে বহুত পুৰণি আৰু ন পুথি চালি জাৰি এই বিধৰ কথা গোট খুৱাই প্ৰকাশ কৰাত আসাম বুৰঞ্জীৰ এটা অঙ্গ পূৰ হল। ইয়াক পঢ়িলে পুৰণি আসাম সম্বন্ধে শিকিব লগীয়া সকলো কথা পোৱা যায়।

পুথিখন যে কেৱল বুৰঞ্জীৰহে এটা অঙ্গ এনে নহয়, ইয়াক অসমীয়া সাহিত্যৰো এটা ৰত্ন বুলিব পাৰি। পুথিৰ ভাষা নিভাঁজ অসমীয়া। বৰ বেজাৰৰ কথা, আজিকালি যিবোৰ পুথি ওলাব লাগিছে তাৰ সৰহ ভাগেই বঙ্গলুৱা ঠাঁচত লিখা, আচল নিখুঁত অসমীয়া ঠাঁচত লিখা পুথি পাবলৈ টান। অসমীয়া বিভক্তি প্ৰত্যয় লগাই কথা লিখিলেই অসমীয়া হয় বুলি বহুতৰ বিশ্বাস, লিখাৰ ধৰণ বা ঠাঁচ ( idiom ) এহেলৈ যেনে কি নহওক তালৈ সৰহ ভাগ লিখাৰুৱে মন নকৰে। ভূঞাদেৱৰ পুথিত সেই দোষ বিৰল, গতিকে 'আহোমৰ দিন' পঢ়িলে অকল বুৰঞ্জী শিকাই নহয়, অসমীয়া ভাষাৰো ভিতৰুৱা গঢ়গতিৰ সম্ভেদ পোৱা যায়। দৰাচল পক্ষত

ভূঞাদেৱে 'অহোমৰ দিন' প্ৰকাশ কৰি অসমীয়া শিক্ষিত মণ্ডলীৰ এটা ডাঙৰ অভাৱ আঁতৰ কৰিলে। সেই বাবে আমি তেওঁৰ নথৈ শলাগ লৈছোঁ। মই আশা কৰোঁ শিক্ষা বিভাগৰ গৰাকী সকলে অচিৰে এই পুথি স্কুলৰ পাঠ্য কৰি আমাৰ লৰাবিলাকৰ বুৰঞ্জী শিক্ষাৰ সুচল কৰি দিব।

গুৱাহাটী।
১৬।৪।১৮

শ্ৰীসত্যনাথ বৰা।

# সূচী।

# আহোমৰ দিন।

## আহোম ৰাজত্ব।

### খৃঃ ১২২৯—খৃঃ ১৮২৭।

ইন্দ্ৰবংশী আহোমসকলে অসীম প্ৰতাপেৰে ছ-শ (৬০০) বছৰ কাল অসমত ৰাজত্ব কৰে। আজিলৈকে আহোম ৰাজত্বৰ গৌৰৱণি অসমৰ চুকে-কোণে গাঁৱে-ভুঁয়ে অসমীয়াৰ নামে-ধামে জিলিকি আছে। মানুহৰ যেনেকৈ উত্থান-পতন আছে, তেনেকৈ জাতিৰো উত্থান-পতন আছে। ইয়াৰ ফলে ছ-শ বছৰৰ মূৰত অসমত আহোমৰ দিনৰ জিলিকনিৰ অন্ত পৰে। প্ৰকৃতিৰ কামভূমি অসম দেশত ইয়াৰ পূৰ্ব্বে নানান বংশৰ ৰজাই ৰাজত্ব কৰিছিল। এসময়ত অসম বা কামৰূপ আৰ্য্য সভ্যতাৰ গৌৰৱভূমি আছিল।

অতি পূৰ্ব্বে গোটেই অসম দেশকে কামৰূপ বোলা হৈছিল। এই কামৰূপ দেশ চাৰি ভাগত বিভক্ত আছিল ;—কামপীঠ, ৰত্নপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠ, কৰতোৱা নৈৰ পৰা সুবৰ্ণৰেখা নৈলৈকে কামপীঠ, সুবৰ্ণৰেখা নৈৰ পৰা ৰূপহী নৈলৈকে ৰত্নপীঠ, ৰূপহী নৈৰ পৰা ভৈৰৱী বা ভৰলী নৈলৈকে স্বৰ্ণপীঠ আৰু ভৈৰৱী নৈৰ পৰা দিকৰাই নৈলৈকে সৌমাৰপীঠ বোলা হৈছিল। খ্ৰীষ্টাব্দ ১২২৯ চনত এটি বলৱন্ত জাতিয়ে আহি কামৰূপৰ সৌমাৰ খণ্ড অধিকাৰ কৰেহি। এওঁলোকে নিজক

টাই জাতি বুলি চিনাকি দিছিল। এই টাই জাতি বৰ্ম্মাদেশৰ অন্তৰ্গত শ্যান প্ৰদেশৰ মানুহ। সৌমাৰপীঠ জয় কৰাৰ সময়ত তেওঁলোকে যি পৰাক্ৰম দেখুৱালে, তাতৈ চাই সৌমাৰ খণ্ডৰ নিবাসীসকলে তেওঁ-লোকক 'অসম' নাম দিবলৈ বাধ্য হল,—কাৰণ তেওঁলোকৰ মানত টাই জাতি বল-বীৰ্য্যত অতুল আছিল। এই অসম শব্দ অহম শব্দত বিকৃত হয়, পাচত অহমৰ পৰা আহম আৰু আহোম প্ৰভৃতি বহুতো বিকৃতি ওলায়। টাই জাতি তেতিয়াৰে পৰা অহম বা আহোম বুলি পৰিচিত হল; - কিন্তু দেশৰ নামত আগেয়ে তেনে বিকৃতি নহৈ অসম অসনেই আছিল, পাচত হে মছলমান, বঙ্গালী আৰু ইংৰাজ আদিৰ মুখত পৰি অচম বা আচাম (Assam) হৈছেহি।

---

## সৌমাৰত আহোম।

এই আহোম বংশৰ আদি পুৰুষ কোন, এই বিষয় লৈ আহোম গ্ৰন্থকাৰসকলৰ ভিতৰতো মতভেদ দেখা যায়। পৃথিবীৰ আন আন পৰাক্ৰমী জাতিৰ দৰে এওঁ লোকৰ আদিতে এজন দেৱতা আছে;—ইন্দ্ৰ এওঁলোকৰ কুলদেৱতা। এওঁলোকৰ আদি পুৰুষৰ উৎপত্তিৰ গুৰিত নানান কিম্বদন্তী আছে; কিন্তু প্ৰবাদ আৰু কিম্বদন্তী আঁতৰাই থৈ তাৰ পৰা ঐতিহাসিক সত্য ললে আমি ইয়াকে পাওঁ যে খেন্‌কাম টাই জাতিৰ সৰ্ব্বপ্ৰথম ৰজা, তেওঁ হেনো ইন্দ্ৰৰ সন্তান। খ্ৰীষ্টাব্দ ষষ্ঠ শতিকাত এওঁৰ প্ৰাদুৰ্ভাব বুলি বুৰঞ্জী লিখকসকলে অনুমান কৰিছে। খুন্‌লুং আৰু খুন্‌লাই নামে এওঁৰ দুজনা পৰাক্ৰমশালী কোৱঁৰ আছিল। এই কোৱঁৰ দুজনাই দেশ জয় কৰিবৰ নিমিত্তে ৫৬৮ খ্ৰীষ্টাব্দত জন্মভূমি এৰি উত্তৰলৈ উজাই আহে। পাচে, আসামৰ উত্তৰ-পূবে থকা পাটকাই

পৰ্ব্বতৰ সিপাৰে মুংৰিমুংৰাম নামে ঠাইত ৰাজ্য পাতি তাতে ছুয়ো কোৱঁৰে কেবা বছৰো ৰাজত্ব কৰে। সময়ৰ গতিত এওঁলোকৰ মাজত গৃহ কন্দল উপস্থিত হোৱাত ককায়েক খুনলুঙে ভায়েকৰ ওপৰত খং কৰি উত্তৰৰ ফালে গল আৰু চীন দেশত এখনি ৰাজ্য পাতি তাতে থাকিলগৈ। খুনলুং যোৱাৰ পাচতো খুনলায়ে সত্তৰ (৭০) বছৰ মুংৰিমুংৰামত ৰাজত্ব কৰে। কালত তেওঁৰ বংশ লোপ পোৱাত চীন দেশৰ পৰা খুনলুঙৰ সন্ততি এজনক আনি মুংৰিমুংৰামৰ ৰাজ-পাটত বহুৱা হয়। এওঁৰ পৰা ৪০ জন ৰজা হৈ যোৱাৰ পাচত, ১২১১ খ্ৰীষ্টাব্দত বিখ্যাত চুকাফা কোৱঁৰ মুংৰিমুংৰামৰ অধীশ্বৰ হয়। ১৮ বছৰ তাত ৰাজত্ব কৰি ১২২৯ খ্ৰীষ্টাব্দত সৈন্য সামন্ত লৈ পাটকাই আৰু নগা পৰ্ব্বত লঙ্ঘন কৰি তেওঁ কামৰূপৰ সৌমাৰ খণ্ড পায়হি। তেওঁৰ লগত বুঢ়াগোহাঁই, বৰগোহাঁই, মৰাণৰ ঘৰ আৰু ৰাজ-পণ্ডিত বা পূজাৰী বুলি চাৰি বংশৰ চাৰি ঘৰ আহোম অসমলৈ আহে। ৰজাৰে সৈতে মোটৰ ওপৰত যাইকৈ পাঁচ ঘৰ আহোম অসমলৈ আহে। লগত সৈন্য সামন্তৰে সৈতে প্ৰায় ৫০০ খাচ আহোম আছিল। আহোম বুৰঞ্জীবোৰত ৰজাক ইন্দ্ৰবংশীয়, বুঢ়াগোহাঁইক সূৰ্য্যবংশীয়, বৰগোহাঁইক চন্দ্ৰবংশীয়, মৰাণৰ ঘৰক কুবেৰবংশীয় আৰু ৰাজপণ্ডিত বা পূজাৰীক বৃহস্পতি বংশৰ বুলি উল্লেখ আছে।

যি সময়ত বীৰ চুকাফাই সৌমাৰ খণ্ড আক্ৰমণ কৰে সেই সময়ত সৌমাৰত মৰাণ বৰাহী প্ৰভৃতি পালি-ৰজা সকলে ৰাজত্ব কৰে। প্ৰবল প্ৰতাপী চুকাফাৰ পৰাক্ৰমৰ আগত এই ৰজাসকল নতশিৰ হবলৈ বাধ্য হল। পাচত কামৰূপৰ আন আন খণ্ডৰ সৰু ৰজাবিলাকো তেওঁৰ তলতীয়া হয়। মহাৰাজ চুকাফাই অসমত আহোম ৰাজ্য স্থাপন কৰে, গতিকে তেওঁৰ দিনৰে পৰা (অৰ্থাৎ ১২২৯ খৃষ্টাব্দৰ পৰা) অসমত আহোমৰ দিন ধৰিব লাগিব।

অতীজত আহোমসকল যেনেকৈ এটি স্বকীয়া জাতি আছিল তেওঁ-লোকৰ ভাষাও সেই দৰে স্বকীয়া আছিল। অসম-বিজয়ী আহোমসকলৰ সংখ্যা তেনেই তাকৰ আছিল, সেই দেখি তেওঁলোকে নিজৰ ৰাজভাষা এৰি প্ৰজাৰ ভাষা লবলৈ ধৰিলে। কিন্তু সেই বুলি আহোম ভাষা একেবাৰে লুপ্ত নহল ; বুৰঞ্জী আৰু ধৰ্ম্মপুথিবোৰত সদাই আহোম ভাষা চলোৱা হৈছিল। আহোমৰ পুৰোহিত দেওধাই মোহন বাইলুং প্ৰভৃতিয়ে বহুত দিনলৈকে আহোম ভাষা চলাই আছিল; কিন্তু কালৰ সোঁতত আহোম ভাষাত কোৱা আৰু চৰ্চ্চা কৰা মানুহৰ সংখ্যা পাতলি অহাত এতিয়া সেই ভাষা লুপ্তপ্ৰায় হৈছেহি।

ভাষাৰ লগে লগে আহোম ধৰ্ম্মও লুপ্তপ্ৰায়। যেতিয়া আহোম সকলে দেখিলে যে তেওঁলোকৰ প্ৰজাৰ ধৰ্ম্ম হৈছে হিন্দুধৰ্ম্ম, তেতিয়া তেওঁ-লোকে এই ধৰ্ম্মকে সাবটিবলৈ ধৰিলে। চাওঁতে চাওঁতে ৰাজাৰ :সৰহভাগ আহোম প্ৰজাই হিন্দু-ধৰ্ম্ম গ্ৰহণ কৰিলে। “স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্ম ভয়াবহঃ” হোৱাৰ স্বত্বেও আহোমসকলে প্ৰজা-ৰঞ্জনৰ নিমিত্তে আ[illegible]ৰ্ম্ম ত্যাগ কৰিলে। তেওঁলোকৰ এই আত্মত্যাগ বাস্তৱিকে প্ৰশং[illegible]; ৰজা হৈ প্ৰজাৰ হিতাৰ্থে প্ৰজাৰ ভাষা আৰু ধৰ্ম্ম গ্ৰহণ কৰাৰ দৃষ্টান্ত জগতত অতি বিৰল। জাতীয়ত্বৰ প্ৰধান অঙ্গ ভাষা আৰু ধৰ্ম্ম :আঁতিৰি যোৱাত, আহোম সকলৰ জাতীয়ত্বও অসমীয়া জাতীয়ত্বৰ লগত মিহলি হৈ গল। আহোম সকল যে ভাষা, ধৰ্ম্ম, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, নিজৰ শাসন প্ৰণালীৰে এটা সম্পূৰ্ণ বেলেগ জাতি আছিল সেইটো আজি-কালিৰ আহোম মানুহ চাই বহুতে ঠাৱৰাব নোৱাৰে।

---

## মছলমানৰ আক্ৰমণ।

চুকাফা ৰজাৰ মৃত্যুৰ পাচত ৩৯ জনা ৰজা আহোম ৰাজপাটত উঠে। চুকাফাৰ বংশধৰসকলে ৬০০ বছৰ কাল অখণ্ড প্ৰতাপে অসমত ৰাজত্ব কৰে। অসমৰ সমৃদ্ধি দেখি দিল্লীৰ মছলমান সম্ৰাটসকলৰ চকুত টোপনি নাহিছিল। ১৪ বাৰ মছলমান সেনাই অসম দেশ আক্ৰমণ কৰে, কিন্তু এবাৰো তেওঁলোক ভালকৈ কৃতকাৰ্য্য হব নোৱাৰিলে। ভাৰতৰ সকলো জাতিৰ ভিতৰত অকল অসমীয়াইহে মছলমানৰ আক্ৰমণ ব্যৰ্থ কৰিব পাৰিছিল। সেই কালৰ অসমীয়া সেনাৰ পৰাক্ৰম দেখি মছলমানৰ সেনানায়কসকল বিস্মিত হৈছিল। যি চৈধ্যবাৰ মছলমানৰ লগত অসমীয়া সেনাৰ যুদ্ধ হয় তাৰ ভিতৰত শিলৰ সাঁকো, দিকৰাই মুখ, শৰাইঘাট আৰু ইটাখুলীত হোৱা ৰণেই প্ৰধান। মছলমানৰে সৈতে ৰণত জিকি অসমৰ গৌৰৱ বৃদ্ধি কৰোঁতাসকলৰ ভিতৰত চিলাৰায় লাছিত বৰফুকন, বন্দৰ বৰফুকন আৰু সন্দিকৈ বৰফুকনৰ নাম চিৰঞ্জীৱী। তেওঁলোকৰ যত্নৰ বলত প্ৰবল প্ৰতাপী মছলমানৰ লগতো অসমীয়াই সবিক্ৰমে ফেৰ মাৰিব পাৰিছিল। শত্ৰুৰে সৈতে যুদ্ধ কৰি অকল অসমীয়া বীৰ পুৰুষে যে অক্ষয় কীৰ্ত্তি লভিছে এনে নহয়, অসমীয়াৰ গৌৰৱ-ৰবি কলঙ্ক-ৰাহুৰ পৰা ৰক্ষা কৰিবলৈ ভালেমান তেজস্বিনী বীৰনাৰীৰ আবিৰ্ভাব হৈছিল। ১৫২৭ খৃষ্টাব্দত তুৰ্বকে অসম আক্ৰমণ কৰি কলিয়াবৰলৈকে আহে; সেই ঠাইতে আহোম আৰু মছলমানৰ এখন যুদ্ধ হয়। তাত আমাৰ ফাচেংমুং বৰগোহাঁই পৰে। পিচ বাৰ ১৫৩২ খৃষ্টাব্দত যেতিয়া তুৰ্বকে অসম দেশ আক্ৰমণ কৰিবৰ নিমিত্তে কলিয়াবৰলৈকে উজাই আহে, স্বৰ্গগত বৰগোহাঁইৰ বিধবা ঘৈণীয়েক মূলা গাভৰুৱে চামুণ্ডাৰ ৰূপ ধৰি পতিবৈৰী তুৰ্ব্বকক এসেকা দিবলৈ হাতত তৰোৱাল লৈ ঘোৰাত উঠি নিজে ৰণ-

স্থলীত উপস্থিত হলগৈ। বৰগোহাঁইৰ ঘৈণীয়েকে অসীম তেজেৰে ৰণ কৰি পৰিল সঁচা, কিন্তু তেওঁৰ দৃষ্টান্তই শত শত অসমীয়া যুজাৰুৰ হৃদয়ত নতুন সাহ আৰু বিক্রম সঞ্চাৰ কৰিলে। তাৰ প্রমাণ দিকৰাই মুখত হোৱা ৰণতে ভালকৈ পোৱা গল। পাঠান সেনা যেনেকৈ আহিছিল তেনেকৈ যাব নোৱাৰিলে ;—তুৰ্কৰ দেহা অসমৰ মাটীত মিহলি হল। অসমীয়াৰ ভিতৰতো বদেচিয়া, জোৱানডাৰ্ক আছিল ; অসমীয়া নাৰীয়েও ঘোৰাত উঠি ৰণ কৰিব পাৰিছিল।

---

## জয়মতী।

খ্রীষ্টাব্দ সপ্তদশ শতিকাৰ শেহ ভাগত আহোম ৰাজত্বত এটি ভীষণ সমস্যা উপস্থিত হয় ; সেই সময়ত এনে লাগিছিল যে আহোম ৰাজ্য আৰু সৰহ দিন নিটিকে। মন্ত্রীসকলৰ স্বাৰ্থপৰ আচৰণৰ নিমিত্তে ৰাজ্যত এই ভীষণ বিপ্লৱ উপস্থিত হয়। ১৬৭০ খৃষ্টাব্দৰ পৰা ১৬৮১ খৃষ্টা[illegible] ভি[illegible]ৰত আহোম সিংহাসনত ৮ জনা ৰজা বহে। তেওঁলোকৰ স[illegible] ভাগৰেই মন্ত্রীসকলৰ হাতত অস্বাভাবিকৰূপে মৃত্যু হয়। ৰাজ্যৰ এনে দুৰ্ব্বল অৱস্থাৰ কথা গম পাই পৰ্ব্বতীয়া জাতিবোৰে নিছলা প্রজাৰ ওপৰত উৎপীড়ন আৰম্ভ কৰে। ৰজাৰ ৰাজধানীত এনে হুলস্থুল, বাহিৰে প্রজাৰ ওপৰত এনে অত্যাচাৰ সেই সময়ক ৰাজ্যৰ সমস্যা আৰু বিপত্তিকাল নকৈ আৰু কি কব পাৰি ? এই পতনোন্মুখ জাতিক উদ্ধাৰ কৰিবলৈ জয়মতীৰ প্রাণ উছৰ্গা হল। এই সতীৰ দেহত্যাগত অসমৰ চেতনা হল. মন্ত্রীসকলে যি অন্ধকাৰত পৰি দূৰ ভবিষ্যত মনিব নোৱাৰিছিল, জয়মতীৰ আচৰিত মৰণত তেওঁলোকৰ সেই অন্ধকাৰ আঁতৰিল। ডাঙৰীয়াসকলে নিজৰ ক্ষুদ্র স্বাৰ্থৰ নিমিত্তে ৰাজহত্যা ৰাজবিদ্রোহ প্রভৃতি পাপ-

কার্য্য কৰিছিল ঃ—কিন্তু আন ফালে জয়মতীৰ কেনে স্বার্থত্যাগ! তেওঁৰ স্বামীৰ আগত নিজৰ জীৱন একো নহয়, তেওঁ স্বামীৰ নিমিত্তে নিজক বলি দিলে; ফলিতার্থত জয়মতীৰ জীৱনত্যাগ দেশৰ শান্তি-যজ্ঞত আহুতি দিয়াৰ দৰে হল। ডাঙৰীয়াসকলে নিজৰ স্বার্থৰ বিষময় ফল দেখি সকলো পাহৰি ৰাজ্যৰ মঙ্গল কামনাৰ অর্থে কাচি-পাৰি লাগিল, ৰাজ্যৰ দুর্ব্বল ৰজাক ভাঙ্গি সেই ঠাইত দূৰদর্শী আৰু পৰাক্রমী গদাপাণিক ৰাজপাটত বহুৱালে। তেওঁৰ সু-শাসনত লাহে লাহে ৰাজ্যত শান্তিৰ সূচনা হল;—জয়মতীৰ জীৱনৰ বিনিময়ত দেশৰ মঙ্গল কিনি অনা হল।

---

## মোৱামৰীয়া বিদ্রোহ।

জয়মতীয়ে জীৱন দান কৰি যি পতনোন্মুখ ৰাজ্য ঢোকা দি ৰাখিলে তেওঁৰ নাতি বোৱাৰী ফুলেশ্বৰীয়ে সেই ৰাজ্যক আৰু অলপ হলালে। ১৭১৪ খ্রীষ্টাব্দত মহাৰাজ শিৱসিংহ স্বৰ্গদেৱ ৰাজপাটত উঠে। শিৱসিংহ জয়মতীৰ বৰপুতেক ৰুদ্রসিংহৰ পুতেক। এইজনা ৰজাৰ হিন্দুধৰ্ম্মৰ ফালে বৰ আসক্তি দেখা যায়, বিশেষকৈ শক্তিপূজাৰ ফালে। ৰজাতকৈও তেওঁৰ পাটমাদৈ ফুলেশ্বৰী কুৱঁৰীৰ শাক্ত হিন্দুধৰ্ম্মৰ ফালে বেচি আসক্তি আছিল। ছমাহমান ৰাজত্ব কৰাৰ পাচত জ্যোতিষীয়া পণ্ডিতসকলে স্বৰ্গদেৱৰ ছত্র-ভঙ্গ যোগ পৰিছে বুলি কোৱাত, স্বৰ্গদেৱে দান-দক্ষিণাদি দিবলৈ ধৰিলে। অৱশেষত ফুলেশ্বৰী আই-কুৱঁৰীক বৰৰজা নাম দি সিংহাসনত বহুৱাই স্বৰ্গদেৱে ৰাজকাৰ্য্যৰ পৰা আজৰি ললে। সেই সময়ত মোৱামৰীয়া বৈষ্ণৱসকল এটি বৰ ক্ষমতাশালী সম্প্রদায় আছিল; তেওঁলোকে গোসাঁনী নেমানে; গতিকে ফুলেশ্বৰী কুৱঁৰী তেওঁ-

লোকৰ ওপৰত বৰ অসন্তুষ্ট আছিল। তেওঁ বৰ ৰজা হৈ দুৰ্গোৎসৱ পূজা পাতি গোসাঁনী-নমনা শূদ্ৰ মহন্তসকলক তালৈ নিমন্ত্ৰণ কৰালে। ৰাজাজ্ঞা শিৰোধাৰ্য্য মানি তেওঁলোক পূজালৈ আহিল। তাতে ফুলেশ্বৰী বৰকুঁৱৰীৰ আদেশ মতে তেওঁলোকৰ কপালত সেন্দুৰ, ৰঙাচন্দন আৰু বলিকটা ম'হ-ছাগলীৰ তেজেৰে ফোট দিয়াই আৰু বলেৰে গোসাঁনী সেৱা কৰাই তেওঁলোকক নগুৰনাস্তি কৰা হল। এই অপমান মহন্তসকলৰ অসহনীয় হল, তেওঁলোকৰ অপমানত সদৌ মোৱামৰীয়া বাইজে প্ৰতিশোধৰ উপায় চিন্তিবলৈ ধৰিলে। এয়ে মোৱামৰীয়া বিদ্ৰোহৰ সূত্ৰপাত;— পৃথিৱীৰ সকলো বিপ্লৱ আৰু জাতীয় সমস্যাৰ দৰে ইয়াৰ মূলতো এগৰাকী নাৰী।

ৰজাঘৰত অপমানিত হৈ মোৱামৰীয়াহঁতে বৰ উপদ্ৰৱ কৰিবলৈ ধৰিলে। সিহঁতৰ উৎপাতত দেশৰ পৰা শান্তি পলাল। স্বৰ্গদেও ৰাজেশ্বৰসিংহ ৰজাদেৱৰ দিনত মোৱামৰীয়াবিলাকে বিদ্ৰোহৰ সমুচিত আয়োজন কৰি লয়। স্বৰ্গদেও লক্ষ্মীসিংহ ৰজাদেৱৰ দিনত বুৰঞ্জী-দাহক [illegible]-চন্দ্ৰ বৰবৰুৱাই মোৱামৰীয়াহঁতক নকৈ অপমান কৰে; এই অপমানত সিহঁতৰ কটা ঘাত খাৰণিৰ ছাতি দিয়া যেন হয়। ১৭৬৯ খ্ৰীষ্টাব্দত প্ৰকাশ্যে ৰজাৰ নগৰৰ সন্মুখত সিহঁতে বিদ্ৰোহ উপস্থিত কৰে। ৰজাৰ হাতত পোৱা অপমানৰ পোতক তুলিবলৈ মোৱামৰীয়াহঁতৰ ভিতৰত ৰাধাৰুক্মিণী নামে ৰণচণ্ডীৰ অৱতাৰ হয়। প্ৰবাদে আছে এই গৰাকী বীৰনাৰীয়ে আচল পাতি বন্দুকৰ গুলী ধৰিব পাৰিছিল। দৈৱ-শক্তি-সংযুতা কোনোবা ৰণেশ্বৰীয়ে নিজে ৰণ কৰিবলৈ অহা যেন ভাবি অসমীয়া সেনা ভয়ত ভাগিবলৈ ধৰিলে। ৰাজ্যৰ ৰজা আৰু বৰমূৰীয়া বিষয়াসকল মোৱামৰীয়াহঁতৰ হস্তগত হয়। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাক সিহঁতে নচঁচা শালত দি বধিলে। ইবোৰ বন্দী বিষয়াক নানা উপা-

য়েৰে বধ কৰি স্বৰ্গদেৱ লক্ষ্মীসিংহক জয়সাগৰৰ দ'লতে বন্দী কৰি থোৱা হল। এনে কি এবছৰমান মোৱামৰীয়া ৰমাকান্তই আহোম ৰাজপাট ভোগ কৰে। কিন্তু তাৰ পাচত অসমত সিহঁতৰ আমোল ওকলে। ১৭৭০ খ্ৰীষ্টাব্দত মোৱামৰীয়াহঁতক ৰণত ঘটুৱাই লক্ষ্মীসিংহ স্বৰ্গদেৱে পুনৰ সিংহাসন লাভ কৰে।

মোৱামৰীয়াহঁত যুদ্ধত ঘাটি নিতাল মাৰি থকা ভকত নহয়। স্বৰ্গদেৱ লক্ষ্মীসিংহৰ লোকান্তৰ হোৱাত গৌৰীনাথ সিংহ ৰজা হয়। তেওঁৰ দিনত মোৱামৰীয়াহঁতে নতুনকৈ বিদ্ৰোহ আৰম্ভ কৰে। এইবাৰ সিহঁতে ৰজাৰ শিঙৰী ঘৰত জুই লগাই দিয়ে। ১৭৮২ খ্ৰীষ্টাব্দত ঘনশ্যাম বুঢ়াগোহাঁয়ে নানা কৌশলেৰে সিহঁতক দমাই ৰাজ্যত শান্তি স্থাপন কৰে।

মোৱামৰীয়াহঁতে আকৌ বিদ্ৰোহৰ আয়োজন কৰিবলৈ ধৰিলে। এই বাৰ সিহঁতৰ উৎপাত আগতকৈ চৰিল। ১৭৮৬ খ্ৰীষ্টাব্দৰ পৰা ১৭৯২ খ্ৰীষ্টাব্দলৈকে মটকৰ উৎপাতত দেশ ছাৰখাৰ হবলৈ ধৰিলে। সেই সময়ত মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁইদেৱ ৰাজ্যৰ ঘাই ধৰণি আছিল। মাথোন তেওঁৰ পুৰুষাৰ্থৰ বলত মৰা ৰাজ্যও কোনো মতে বাচি আছিল। বিদ্ৰোহ-দমন আৰু ৰাজ্যত শান্তি-স্থাপনৰ আন একো উপায় নেদেখি তেওঁ দুজন কটকীক "ইষ্ট ইণ্ডিয়া কোম্পানীৰ" ওচৰত সাহায্য ভিক্ষা কৰিবলৈ কলিকতালৈ পঠালে। লৰ্ড কৰ্ণৱালিচ তেতিয়া ভাৰতৰ বৃটিছ শাসনকৰ্ত্তা আছিল। ১৭৯২ খ্ৰীষ্টাব্দত আহোম ৰজাক সহায় কৰিবলৈ কেপ্টেইন ওৱেল্চক কিছুমান শিক্ষিত সেনাৰ সেনাপতি পাতি পঠোৱা হয়। শিক্ষিত সৈন্যৰ যুদ্ধৰ 'তাৰিক্ষৰ' আগত মটকৰ দা-জোকাৰণি বেচি পৰ তিষ্ঠিব নোৱাৰিলে। এই দৰে দয়ালু বৃটিছ গৱৰ্ণমেণ্টৰ সহায়ত মটকৰ বিদ্ৰোহ দমোৱা হল, আৰু স্বৰ্গদেৱে নিজৰ নগৰ ১৭৯৩ চনত

পুনৰ হাত কৰি ললে। আহোম ৰাজ্যত শান্তি স্থাপন কৰি কেপ্টেইন ওৱেল্‌চ চাহাব বঙ্গদেশলৈ উলটি আহিল।

এই মোৱামৰীয়া বিদ্রোহত আহোম ৰাজ্য একেবাৰে দুৰ্ব্বল হৈ পৰে। ৰাজধানীত হুলস্থূল, বাহিৰত প্রজাৰ হাহাকাৰ। এই উপদ্ৰৱত আমাৰ দেশৰ অসংখ্য প্রজা নষ্ট হয় তেতিয়াৰে পৰা দেশ জনশূন্য অৰণ্যৰ দৰে হয়। মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে এই ভগা দেশ ভাল কৰিবলৈ বহুত যত্ন কৰিছিল, কিন্তু মোৱামৰীয়াইততকৈ সাত গুণে পৰাক্রমী আন এটি উপদ্ৰৱী জাতিয়ে আহি দেশত দুনাই অমঙ্গলৰ জুই জলালে।

---

## অসমত মান।

১৭৯৩ খ্রীষ্টাব্দত মোৱামৰীয়া বিদ্রোহৰ অন্ত পৰে, ভঙ্গা ৰাজ্য টনকীয়াল হবলৈ নৌ পাওঁতেই দেশত পুনৰ নতুন ৰকম অশান্তিৰ [illegible] হয়। স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহৰ দিনত মহামতি পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙ্গৰীয়াই ৰাজ্য-সংস্কাৰৰ কাম আৰম্ভ কৰিছিল, কিন্তু এই ৰাজ্যত তেওঁৰ এটি কণ্টক উপজিল। গুৱাহাটীৰ বদনচন্দ্ৰ বৰফুকনে কামৰূপীয়া প্রজাৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰে। বুঢ়াগোঁহাই ডাঙ্গৰীয়াই বদনচন্দ্ৰক ধৰি আনিবলৈ মানুহ পঠিয়ালে। বৰফুকনৰ জীয়েক পিজৌ গাভৰু বুঢ়াগোঁহাই ডাঙ্গৰীয়াৰ বোৱাৰীয়েক আছিল, তেওঁ তলে তলে দেউতাকলৈ এই বাতৰি পঠিয়ালে। বৰফুকনে পুতেক জগ্নি আৰু পিয়ালিক লৈ বঙ্গদেশলৈ গল আৰু ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড মেয়োৰ ওচৰত সাহায্য ভিক্ষা কৰিলে। কিন্তু বৃটিছ ৰাজে কলে—“আমি কাৰো ৰাজ্যৰ ভিতৰুৱা কথাত হাত নিদিওঁ”। সেই সময়ত কলিকতালৈ মানদেশৰ

পৰা এজন কটকী আহিছিল ; বদনচন্দ্ৰই তেওঁৰ লগত দেখা কৰি অসম দেশৰ কথা অতিৰঞ্জিত :কৰি বৰ্ণালে। মান কটকীয়ে মান ৰজাৰ পৰা সহায় দিয়াম বুলি বদনচন্দ্ৰক লগত লৈ বৰ্ম্মাদেশলৈ গল। মান ৰজাই ৬ হেজাৰ মানসেনা দি সহায় কৰিবলৈ আগ বাঢ়িল। বদনচন্দ্ৰই সেই সেনা লৈ অসম সোমালেহি। ইতিমধ্যে ৰোগ-গ্ৰস্ত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়া মান অহা শুনি হতাশ হৈ মৃত্যুৰ মুখত পৰাত ৰাজ্যৰ ধৰণী ভাগিল। বদন চন্দ্ৰই অনায়াসে নগৰ অধিকাৰ কৰিলে, আৰু ৰজাক পুতলাৰ দৰে হাতত ৰাখি নিজে 'মন্ত্ৰীফুকন' উপাধি লৈ ৰাজ্য চলাবলৈ ধৰিলে। কিন্তু তেওঁৰ শাসনৰ নানাবিধ অত্যাচাৰ হোৱাত পাত্ৰ-মন্ত্ৰী সকলো অসন্তুষ্ট হৈ আছিল। বিশেষকৈ, বদনচন্দ্ৰ ৰাজমাওদেৱৰ চকুৰ হুল হৈ পৰিল। ৰাজমাওদেৱে ষড়যন্ত্ৰ কৰি ৰূপচিং নামে হিন্দুস্থানী চিপাহী এটাৰ হতুৱাই মান অনা বৰফুকন বদনচন্দ্ৰক ছলেৰে বধ কৰালে।

ইকালে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পুতেক ৰুচিনাথ বুঢ়াগোহাঁয়ে চন্দ্ৰকান্তক গুচাই পুৰন্দৰসিংহক ৰাজপাট দিয়ালে। চন্দ্ৰকান্ত সিংহ ইয়াতে মৰণান্তিক হৈ মান ৰজালৈ সহায় খুজি পঠিয়ালে। আগৰ বাৰৰ আক্ৰমণৰ পৰা সোণৰ অসমৰ ঐশ্চৰ্য্য বিভূতিৰ গম পাই মান ৰজাই আলুংমিঙ্গি নামে সেনাপতিৰ লগত ৩০০০০ মান সেনা দি ১৮১৯ খৃষ্টাব্দত আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ পঠিয়ালে। এই দৰে দুয়োৰাৰ আত্ম কন্দলত পৰি নিজৰ দেশৰ মানুহে শত্ৰুক দেশলৈ নিমন্ত্ৰণ কৰি আনিলে। অসমৰ সৌভাগ্য-বেলি চিৰকাললৈ ডুবিব লগীয়া, এই আত্মকন্দল তাৰ উপলক্ষ মাত্ৰ। মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ পূৰ্ব্ববাৰৰ আক্ৰমণত প্ৰজা জুকলা হৈ আছে। গতিকে, অবাধে মানসেনাই আমাৰ সেনাক ইকৰালে। সবল হোজা অসমীয়া প্ৰজাৰ ওপৰত সিহঁতে অমানুষিক অত্যাচাৰ কৰিবলৈ ধৰিলে। চন্দ্ৰকান্তসিংহক মানৰজাৰ কৰতলীয়া

কৰি, আৰু আহোমৰ ৰাজ্যত কিছুমান মানসেনা থৈ মানসেনাপতি দেশলৈ উলটি গল।

মান সেনা দেশলৈ যোৱাত ভবিষ্যতে যুদ্ধৰ নিমিত্তে টনকিয়াল হবলৈ স্বৰ্গদেৱে ঠায়ে ঠায়ে কোঁঠ বান্ধিবলৈ ধৰিলে। এই গুপুত আয়োজনৰ সম্বাদ পাই অসমত থকা মান সেনাবোৰে বৰ্ম্মাদেশৰ ৰজাৰ আগত জনালেগৈ। অসমৰ দুৰ্ব্বল অৱস্থা আৰু অসমীয়া গাভৰুৰ সৌন্দৰ্য্যৰ কথা শুনি বহুপূৰ্ব্বেই মানৰজাই এই দেশ আক্ৰমণ কৰিবলৈ আলটি আছিল। তেওঁৰ সেনাৰ মুখৰ পৰা এই বাতৰি পাই তেওঁ মিঙ্গিমাহা তিলোৱা নামে এজন সেনাপতিৰ অধীনে এদল সৈন্য পঠিয়ালে। নগৰৰ দাঁতিতে অসমীয়া সেনাৰে সৈতে মানৰ এখন ৰণ লাগিছিল; তাত মান জিকিল। সিহঁতে মানৰজাৰ জেঠেৰীয়েক অৰ্থাৎ হেমো আইদেউৰ ককায়েক যোগেশ্বৰ কোৱঁৰক খ্ৰীঃ ১৮২১ চনত মানৰ কৰতলীয়া ৰজা পাতিলে। তেওঁ মাথোন নামত হে ৰজা হল। তিলোৱাই গোটেই দেশ নিজৰ অধীনলৈ আনিলে, আৰু তেওঁৰ বাছনি মতে নকৈ বিষয়া পতা হল।

---

## মানৰ অত্যাচাৰ।

মিঙ্গিমাহা তিলোৱাই তেওঁৰ অধীনত থকা দহ হেজাৰ মান সেনাক নিয়ম মতে অৰ্থাদি যোগাব নোৱাৰাত সিহঁতক তিনি ভাগে ভগাই দেশত লুটপাট কৰিবলৈ এৰি দিলে। সিহঁত যি ফালে গল সেই ফালে অমঙ্গল অশান্তি আৰু অত্যাচাৰৰ ফিৰিঙ্গটি ছিটিকিবলৈ ধৰিলে। সিহঁতৰ অত্যাচাৰত দেশত হাহাকাৰ উঠিল। নিছলা প্ৰজাই উপায় নেদেখি বহুতে ৰাজ্য এৰি ভাগিবলৈ ধৰিলে। প্ৰজাৰ আৰ্ত্তনাদত দেশ থৰকি লাগিল। ১৮২১ খৃষ্টাব্দত স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহই মহগড়ৰ ৰণত

মানইঁতক এসেকা দিলে হয়, কিন্তু তাৰ পৰা একো গুণ নধৰিলে। সিহঁতে এই অপমান পাই অত্যাচাৰ আৰু একোৰ চৰালে হে। কেছুৱা, লৰা-বুঢ়া, ডেকা-গাভৰু কাকো সিহঁতে গুদাই নেৰিলে; সকলোৰে ওপৰত অমানুষিক অত্যাচাৰ কৰিবলৈ ধৰিলে। মানৰ অত্যাচাৰৰ কথা সুঁৱৰিলে এতিয়াও অসমীয়া প্ৰজাৰ গা-লোম শিয়ঁৰি উঠে।

---

## শাস্তি।

মঙ্গলময় পৰমেশ্বৰৰ এনে ইচ্ছা নহয় যে সবল অসমীয়া প্ৰজাই সৰহ দিন শত্ৰুৰ হাতত নিকাৰ ভুঞ্জিব। নিষ্ঠুৰ মানইঁতৰ শাস্তিৰ আয়োজন হবলৈ ধৰিলে।

অসম দেশ অৰণ্যত পৰিণত কৰি মানইঁতৰ ইমান সাহ হল যে সিহঁতে বৃটিছৰ ৰাজ্যতো লাহে ধীৰে অত্যাচাৰ কৰিবলৈ ধৰিলে; সিহঁতে চট্টগ্ৰামৰ ওচৰত থকা বৃটিছৰ অধীনৰ চাহাপুৰ নামে এডোখৰ ঠাই হস্তগত কৰিলে। মানইঁতৰ উদ্ভগুালিৰ নিমিত্তে সিহঁতক শিক্ষা দিবলৈ লৰ্ড আমৰ্হাষ্টে ১৮১৪ খৃষ্টাব্দত সৈন্য পাচিলে। বৃটিছ সেনাই মানহতঁক খেদি নিবলৈ ধৰিলে। মানইঁতক এসেকা দিবলৈ চুকে-কোণে থকা অসমীয়া প্ৰজায়ো বৃটিছক যোগ দিবলৈ ধৰিলে। ১৮২৩ খৃষ্টাব্দত হাটিবৰ নামে ঠাইত বৃটিছ আৰু মানৰ যুদ্ধ হয়, এই যুদ্ধত মানসেনাৰ পৰাজয় হোৱাত মানসেনাপতিয়ে নিৰুপায় হৈ সন্ধিৰ প্ৰস্তাৱ কৰিলে। সেই সন্ধি মতে ইয়াকে স্থিৰ কৰা হল যে মানইঁতে আৰু অসম দেশত উপদ্ৰৱ নকৰিব। আহোম স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহ আৰু পুৰন্দৰ সিংহ বৃটিচ ৰাজৰ পেনচন-ভোগী হল। এই দৰে ৬০০ বছৰী দীঘলীয়া ৰাজত্বৰ পাচত সৌমাৰত ইন্দ্ৰবংশী আহোমসকলৰ ক্ষমতাৰ সামৰণি পৰিল। ১৮২৭ খ্ৰীষ্টাব্দৰ

ফেব্রুৱাৰীত ইয়াণ্ডাবু সন্ধিত বৃটিছ গৱৰ্ণমেণ্টে মানৰ হাতৰ পৰা অসম দেশ ললে। ইয়াণ্ডাবু সন্ধিৰ পাচৰ পৰা হোজা অসমীয়া প্ৰজাই ইংৰাজৰ শাসনৰ সুশীতল ছাঁয়াৰ তলত শান্তি লাভ কৰিছে। তাৰ পাচত ১৮৩৩ চনত পুৰন্দৰসিংহ স্বৰ্গদেৱক উজনি অসমৰ শাসনৰ ভাৰ দিয়া হৈছিল। কিন্তু মানৰ দিনত জুৰুলা-জুপুৰা হৈ থকা উৰুঁলি-পৰা অসমীয়া ৰাইজৰা পৰা ৰাজহ তুলি ইষ্ট্ইণ্ডিয়া কোম্পানীক নিৰ্দ্দিষ্ট কৰ শোধাব নোৱৰাত ১৮৩৮ চনত উজনি অসম অৰ্থাৎ শিৱসাগৰ আৰু লক্ষীমপুৰ জিলা বৃটিচৰ খাচ দখলৰ লগত চামিল কৰা হল।

---

# শাসন প্ৰণালী।

ইন্দ্ৰবংশীয় আহোম নৃপতিসকলৰ শাসন-প্ৰণালী সম্পূৰ্ণৰূপে স্বকীয়া ধৰণৰ থকাৰ গতিকে, ইনো কোন প্ৰণালীৰ অন্তৰ্গত ইয়াক উলিওৱাটো টান। অনেকে তেঁওলোকৰ শাসন প্ৰণালী স্বেচ্ছাচাৰী তন্ত্ৰ বুলি বৰ্ণায়; আমাৰ মনেৰে তেঁওলোকৰ শাসন তেনে নাছিল। ৰজা সকলে নিজৰ ইচ্ছানুসৰি কোনো কাৰ্য্য সম্পাদন কৰিব নোৱাৰিছিল; কোনো আদেশ প্ৰচাৰ, যুদ্ধবিগ্ৰহাদি চলোৱা কিম্বা আন ৰাজ্যৰে সৈতে কাৰবাৰ কৰাতো বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, এই তিনিজনা ডাঙ্গৰীয়াৰে সৈতে ৰজাই পৰামৰ্শ কৰি হে চলিছিল। ডাঙ্গৰীয়াসকলৰ সন্মতি নহলে ওপৰত কোৱা কোনো কাৰ্য্যকে ৰজাই নিজে নিৰ্ব্বাহ কৰিব নোৱাৰিছিল। তেঁওলোক একেমত নহলে ৰজাসকল ন্যায় মতে অভিষিক্ত বুলি বিবেচিত নহৈছিল; আৰু তেঁওলোক একেমত হলে ৰজাক ইচ্ছাক্ৰমে ভাঙ্গিব আৰু পাতিবও পৰিছিল। গতিকে, কৰলৈ গলে, শাসন সংক্ৰান্ত প্ৰায় সকলো কথাতে স্বৰ্গদেৱ ডাঙ্গৰীয়া

সকলৰ সন্মতিৰ মুখাপেক্ষী; সেই কাৰণে ৰজাক স্বেচ্ছাচাৰী বুলিব নোৱাৰি। কোনো স্বৰ্গদেৱে চলিত শাসন-প্ৰণালী অৱমাননা কৰি নিজক ডাঙ্গৰীয়াসকলৰ তলতীয়া নহয় বুলি প্ৰমাণ কৰিব খুজিলে ৰাজপাট হেৰুৱাইছিল। প্ৰতাপসিংহ আৰু গদাধৰসিংহ স্বৰ্গদেৱৰ নিচিনা প্ৰতাপী ৰজাসকলে ডাঙ্গৰীয়াসকলৰ অধীনতা স্বীকাৰ নাই কৰা সঁচা, কিন্তু স্বেচ্ছাক্ৰমে কোনো ৰাজকীয় কাৰ্য্যত তেওঁলোকে হাত নিদিছিল। চুদৈফা, লৰাৰজা আৰু কমলেশ্বৰসিংহ স্বৰ্গদেৱ প্ৰভৃতি কেজনমান ৰজাই ডাঙ্গৰীয়া একোজনৰ হাতত পুতলাৰ দৰে নাচিছিল; ইয়াৰ পৰা বুজিব পাৰি যে, ডাঙ্গৰীয়া সকলেই হৰ্ত্তা-কৰ্ত্তা-বিধাতা আছিল।

ইংলণ্ডত প্ৰথমে বিজয়ী উইলিয়মে 'ফিউদেল্ চিষ্টেম' ( Feudal System ) প্ৰথা উলিয়ায়। এই নিয়ম অনুসাৰে প্ৰত্যেক পাইক পোনপটাকৈ ৰজাৰ অধীন আছিল; অৰ্থাৎ ৰজাৰ আদেশ সকলো সময়তে মানিবলৈ সিহঁত বাধ্য আছিল। কবলৈ গলে, সেই প্ৰথা আমাৰ দেশতো প্ৰচলিত আছিল। প্ৰত্যেক গোটৰ এটি পাইকে গৈ ৰজাৰ ঘৰত খাটি দিব লাগিছিল আৰু সময় বুজি এটি গোটৰ ৩টা পাইকেও ৰজাঘৰত খাটি দিয়াৰ প্ৰমাণ পোৱা যায়; ইয়াৰ পৰা বুজা যায় যে, সকলো পাইক ৰজাৰ সম্পত্তি। সেই মতে চাবলৈ গলে, আহোমৰ শাসন-প্ৰণালীক ইংলণ্ডৰ ফিউদেল চিষ্টেমৰ নিচিনা শাসন-প্ৰণালী বুলিও কব পাৰি।

আহোম শাসন প্ৰণালী বিষয়া-তন্ত্ৰ প্ৰণালী ( Oligarchy ) আছিল। ৰৰমুৰীয়া বিষয়া পাত্ৰমন্ত্ৰী আৰু দা-ডাঙ্গৰীয়াসকলে প্ৰকৃতপক্ষে ৰাজ্য শাসন কৰিছিল।

---

# ৰজা হোৱাৰ অনুক্ৰম।

আহোম ৰাজত্বৰ আগছোৱাত পিতৃ-ৰজাৰ মৃত্যুত সততে পুতেকে ৰাজপাট লাভ কৰিছিল; কিন্তু তাৰ পিচত, শেহ ছোৱাত এই নিয়মৰ ব্যতিৰেক ঘটা দেখা যায়। কেতিয়াবা মৃতৰজাৰ ভায়েকে পুতেকৰ সলনি ৰজা হৈছিল। যেনে ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ চাৰিজনা কোৱঁৰ; এই চাৰি জনা কোৱঁৰে পিতৃৰ মৃত্যু-শয্যাৰ বন্দোবস্ত অনুসাৰে ৰজা হৈছিল বুলি প্ৰবাদ আছে। আকৌ কেতিয়াবা মৃতকৰ ভাগিন বা তাতকৈও নিলগীয়া সম্বন্ধৰ কোৱঁৰে ৰাজপাট লভিছিল; কিন্তু এনে দৃষ্টান্ত অতি বিৰল। ওচৰ-সম্বন্ধীয়া কোৱঁৰ অযোগ্য থাকিলে হে এই :দৰে নিলগৰ এজন কোৱঁৰ ৰজা হৈছিল। ৰজা হোৱাটো পূৰ্ব্ববৰ্ত্তী ৰজাৰ ব্যক্ত বা আন কোনো প্ৰকাৰে সঙ্কেত কৰা অভিলাষ, সিংহাসন প্ৰাৰ্থীসকলৰ নিজ ক্ষমতা আৰু তিনিজনা ডাঙ্গৰীয়াৰ বাছনিৰ ওপৰত নিৰ্ভৰ কৰে। ডাঙ্গৰীয়াসকলে কোৱঁৰ বাছিব লগাত পৰিলে, তেঁওলোকে ওচৰ-সম্বন্ধীয়া কোনো কোৱঁৰক এৰি প্ৰায়েই নিলগৰ কোৱঁৰক ৰজা নাপাতে; কিন্তু ইয়াতো ব্যতিক্ৰম আছে,—যেতিয়া তেনে ওচৰ-সম্বন্ধীয়া কোৱঁৰজনা ৰাজপাট থাবলৈ দেখাদেখিকৈয়ে অযোগ্য আৰু পূৰ্ব্ববৰ্ত্তী স্বৰ্গী ৰজাৰ শাসন-প্ৰণালী আৰু আচাৰ-ব্যৱহাৰৰ পৰা ফট্‌ফটীয়াকৈ বুজা যায় যে, পিচৰ ৰজাজন তেওঁৰ ঘনিষ্ঠ সম্বন্ধৰ হলে ৰাজ্য আৰু প্ৰজাৰ অমঙ্গলৰ আশঙ্কা, তেতিয়াহে ডাঙ্গৰীয়াসকলে নিলগৰ বঙ্গহৰ এজন কোৱঁৰক ৰজা পাতে। যেতিয়া কোনো ডাঙ্গৰীয়াই নিজকে আন দুজনতকৈ অধিক ক্ষমতাপন্ন বুলি ভাবে, তেতিয়া তেঁও এনে কোৱঁৰক ৰজা পাতে যি জনৰ পৰা তেঁও কিবা বিশেষ অনুগ্ৰহ বা পূৰ্ব্বতকৈও অধিকতৰ ক্ষমতা পাব পাৰে, কিম্বা ৰাজকীয় ক্ষমতাৰো অংশভোগী হব পাৰে। খ্ৰীষ্টাব্দ ১৬৭০

ৰ পৰা ১৬৮১ খ্ৰীষ্টাব্দলৈকে যি কেইজন কোঁৱৰে ৰাজপাট লাভ কৰে, তেওঁবিলাকৰ সৰহ ভাগেই এই দৰে কোনো এজন ডাঙ্গৰীয়া বা ৰৰবৰুৱাৰ অনুগ্ৰহত ৰজা হৈছিল। চুহুং আৰু গোবৰ কোঁৱৰ নিলগৰ সম্বন্ধৰ হলেও এই দৰে দেবেৰা বৰবৰুৱাৰ অনুগ্ৰহত, চুজিনফা আৰু চুদৈফা এজনা বুঢ়াগোহাঁইৰ আৰু চুলিকফা এজনা বৰফুকনৰ অনুগ্ৰহত ৰজা হয়। কিন্তু ৰজাৰ বংশৰ নহলে আন কোনেও ৰাজপদ নাপাইছিল। কোঁৱৰসকলৰ অঙ্গক্ষত হলে ৰাজপদলৈ অযোগ্য হৈছিল; সেই কাৰণেই লৰা ৰজাই সিংহাসনাকাংক্ষী কোঁৱৰসকলৰ অঙ্গক্ষত কৰি কঠিয়া মাৰিবলৈ ৰাজ্যৰ চৌপাশে চৰ পাঁচিছিল; আৰু এই ছেগতেই মহাসতী জয়মতীয়ে জগতত অক্ষয় কীৰ্ত্তি ৰাখিবলৈ সুযোগ পালে।

---

# ৰজাৰ অভিষেক।

[illegible] সিংহাসনত বহা আৰু শিঙ্গৰীঘৰত উঠা দুটা সুকীয়া কাৰ্য্য। আ[illegible] বুৰঞ্জীত এনে বহুত দৃষ্টান্ত পোৱা যায় যে, ৰজাই পোনতে সিংহাসনত, তাৰ পিচত শিঙ্গৰীঘৰত উঠি সম্পূৰ্ণৰূপে অভিষিক্ত হৈছিল। সেই কাৰণে ৰজা পাটত বহিও শিঙ্গৰীঘৰত নুঠে মানে তেওঁৰ অভিষেক সম্পূৰ্ণ নহৈছিল। ৰজা শিঙ্গৰীঘৰত উঠা এটি প্ৰধান উৎসৱ। চৰাইদেও পৰ্ব্বতত বা আন কাৰবৰ ঠাইত ৰজাদেৱৰ ৰাহৰ কৰা হয়। শততে চৰাইদেওতে হয়; কাৰণ আহোমসকলৰ বিশ্বাস যে, তেওঁলোকৰ পূৰ্ব্ব পুৰুষ খুন্‌লাই প্ৰথমে সেই ঠাইতে আবিৰ্ভূত হৈছিল। নিৰ্ম্মিত ৰাহৰত শিঙ্গৰী কাঠৰ তিনিটা ওখ চাংঘৰ কৰা হয়,—পাটঘৰ, হোলোংঘৰ আৰু শিঙ্গৰীঘৰ। চোমদেৱৰ মূৰ্ত্তিটি ডিঙ্গিত আৰি, হাতত হেংডান লৈ, মূৰত দেওকুকুৰাৰ পাখিৰে সুশোভিত পাগ মাৰি, ৰাজ্যৰ

প্ৰধান প্ৰধান ডাঙ্গৰীয়া, বিষয়া, অধিকাংশ সেনা আৰু অনেক প্ৰজাৰে সৈতে স্বৰ্গদেৱে কুঁৱৰীক লগত লৈ চৰাইদেওলৈ যাত্ৰা কৰে। তেওঁ এটা মতা হাতীত আৰু বৰকুঁৱৰীয়ে এজনী মাইকী হাতীত উঠে। বাটত আহোঁতে স্বৰ্গদেৱে আইত গছৰ পুলি এটা উভালি লৈ আহে; আৰু চৰাইদেওত সেই পুলিটি ৰোৱে। পাটঘৰ আৰু হোলোংঘৰত নানা তীৰ্থৰ পানী আৰু হিন্দু আৰু আহোম মতে নানা মঙ্গলৰ আহিলা-পাতি গোটোৱা হয়। হোলোংঘৰত এখনি ওখ বাহৰ চাং থাকে, শিঙ্গৰীঘৰত উঠাৰ আগ দিনা কোঁৱৰ কুঁৱৰীৰ অধিবাস হয়; আহোমৰ বাইলুং আৰু হিন্দু জোতিষীয়া পণ্ডিতসকলে শুভ লগ্ন আৰু শুভ ক্ষণ স্থিৰ কৰি দিয়ে। আহোমৰ পুৰোহিত বাইলুঙ্গে কুকুৰা-ঠেঙ্গেৰে মঙ্গল চায়; আৰু শুভ ক্ষণ আহিলে ৰজাদেৱে বৰকুঁৱৰীয়ে সৈতে পাটঘৰলৈ যায়। তাত আহোম পুৰোহিত বাইলুং আৰু ব্ৰাহ্মণ পণ্ডিতসকলৰ উচ্চাৰিত মন্ত্ৰেৰে পবিত্ৰ কৰা পানী 'দক্ষিণাৱৰ্ত্ত শঙ্খ' নামে পাত্ৰৰ পৰা ৰজাদেৱৰ গাত ঢলা হয়। পাটঘৰৰ চাঙ্গৰ তলত দুটা মানুহ থোৱা হয়; স্বৰ্গদেৱে আৰু বৰকুঁৱৰীয়ে গা ধোৱা পানী সেই মানুহ দুটাৰ মূৰত পৰে। স্নানান্তত এই মানুহ দুটাক ৰূপ এচৰু, সোণ এচৰু দি তাৰ পৰা খেদাই দিয়া হয়। ইহঁতে ঘূৰি নগৰৰ ফালে নেচাই তাৰ পৰা ৰাজ হৈ আন ঠাইলৈ যায়; আৰু ইহঁতক নিজৰ খেল বা মেলৰ পৰা একেবাৰে খেদোৱা হয়; আৰু মানুহৰ বিশ্বাস যে ইহঁতে ৰজা আৰু প্ৰজাৰ অমঙ্গল নেওচা লৈ যায়; সেই কাৰণে ইহঁতক 'নেওচা যোৱা' বোলে। গুৱালপাৰ জিলাত এই দৰে নেওচা যোৱা মানুহৰ সতি-সন্ততি এতিয়াও পোৱা যায়।

পাটঘৰৰ কাৰ্য্যৰ সামৰণিৰ পিচত স্বৰ্গদেৱে সভাৰ্য্যে হোলোংঘৰলৈ গৈ বাঁহৰ চাঙ্গত বহে; সেই চাঙ্গৰ তলত প্ৰত্যেক জাতি জন্তুৰে এটাকৈ প্ৰতিনিধি ৰূপে থোৱা হয়; যেনে এটা মানুহ, এটা হাতী, এটা ঘোৰা,

এটা গৰু, এটা হৰিণ, এটা গাহৰি, এটা কুকুৰা, এটা হাঁহ, এটা সাপ, এটা মাছ, এটা পোক প্ৰভৃতি। ৰাজপুৰোহিত বাইলুং আৰু দেওধায়ে ন-তীৰ্থৰ পানী মন্ত্ৰ মাতি পবিত্ৰ কৰি ৰজা আৰু ৰাণীৰ মূৰত ঢালে ; আৰু সেই পানী তলত থকা জন্তুবোৰৰ গাত পৰে। এই দৰে হোলোংঘৰত স্নান আদি সমাপন কৰি ৰজা আৰু বৰকুৱঁৰী শিঙ্গৰীঘৰলৈ যায়। ইতিমধ্যে স্বৰ্গদেৱে তেওঁৰ পাগৰ দেওকুকুৰাৰ পাখি সলায়, আৰু শিঙ্গৰী-ঘৰত প্ৰবেশ কৰাৰ পূৰ্ব্বে ৰজাদেৱে হেংডান লৈ স্বহস্তে প্ৰাণদণ্ড হব লগীয়া এটা মানুহক হুটুকুৰা কৰি কাটে। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰ পৰা এটা মানুহৰ সলনি এটা মহ বধৰ প্ৰথা হল। তাৰ পিচত ৰজাদেৱে শিঙ্গৰীঘৰ সোমাই সাতথলপীয়া সোণৰ সিংহাসনত বহিলে ওথ তৰপৰ বিষয়াই সিংহাসনৰ চাইটা খুটিত হাত দিয়ে আৰু ৰজাদেৱক সোণ আৰু ৰূপৰ উপহাৰ, নাইবা অলঙ্কাৰ বটা-বাহন দিয়ে। তেনেতে আহোম আৰু বৈদিক মতে বাইলুং আৰু হিন্দু পণ্ডিতসকলে ৰজাক শান্তি কৰি ফুল, চন্দন, মালা দি অভিষিক্ত কৰে। ডাঙ্গৰীয়াসকলে চাঙ্গলৈ উঠি [illegible]ৰৰ কেইও ফালে সাত বাৰ প্ৰদক্ষিণ কৰি স্বৰ্গদেৱক সেৱা কৰে ; বাইজ আৰু আন পালি বিষয়াসকলে মাটিৰে পৰা সেৱা কৰে। এনে সময়তে জয়ধ্বনি হয় ; আৰু শঙ্খ, ঘণ্টা, ডবা, মৃদঙ্গ, কালী, জয়ঢোল, গগনা, ভেৰী, ভোটতাল প্ৰভৃতি নানা বিধ বাদ্য বজাই আকাশ-পাতাল থলক লগোৱা হয়। ঘোৰা-হাতীৰ হতুৱায়ো ধ্বনি কৰোৱা হয়। তাৰ পিচত বাইলুং, বামুণ আৰু আনসকলক দান-দক্ষিণা কৰি ৰজাদেৱে কুৱঁ-ৰীয়ে সৈতে সেই শিঙ্গৰীঘৰতে ভোজন কৰে। আবেলি হাতীৰ যুদ্ধ কৰোৱা হয়। বাইলুং পণ্ডিতে কুকুৰা-ঠেঙ্গেৰে মঙ্গল চায়, আৰু আহোম পুথি পঢ়ি দেও হাঁকাৰে। সেই দিনাখনেই বন্দীশালৰ বন্দীবোৰক মুক্ত কৰা হয় ; সেই দিনৰে দিনটো আৰু ৰাতিৰে ৰাতিটো ৰজা শিঙ্গৰীঘৰত

থাকে। আহোমসকলৰ এটা নিয়ম প্ৰচলিত আছে যে কোনোজনা ৰজাৰ শ্ৰাদ্ধ হলে বা ৰজাৰ ঘৰত আন কোনো উপলক্ষে ভোজ হলে আগৰ ৰজাসকলৰ নামে সাজ-পাৰ দিয়া হয়। শিঙৰীঘৰত উঠা ৰজাসকলৰ সাজ শিঙৰীঘৰত নুঠা ৰজাসকলৰ শাৰীত দিয়া নাযায়। যি সকল কৰ-তলীয়া ৰজা হয় বা তেওঁলোকৰ কটকী অভিষেকৰ দিনা উপস্থিত নাথাকে, তেওঁলোকে অভিষেকৰ এমাহৰ ভিতৰতে আহি উপঢৌকন লৈ নকৈ শিঙৰীঘৰত উঠা ৰজাদেৱক বৰিব আৰু তেওঁৰ বশ মানিব লাগে।

---

## আহোম নামৰ অৰ্থ।

ৰজাসকলৰ নাম আৰু মান বিষয়াসকলৰ খিতাপসূচক নামত বিশেষ অৰ্থ আছিল। সম্ভ্ৰান্ত বিষয়া আৰু ৰজাৰ নামৰ আগত চ্চাও শব্দটি ব্যৱহাৰ কৰা হৈছিল; যেনে চ্চাও কনচেং, চ্চাও চুকাফা ইত্যাদি। চ্চাও শব্দৰ অৰ্থ দেৱতা কিন্তু শব্দাৰ্থৰ অৱনতিত পৰি ইয়াৰ অৰ্থ গৰাকী আৰু ৰজাত সলনি হল। মাজে মাজে সম্ভ্ৰান্ত বিষয়াসকলৰ নামৰ আগত থাওমুং শব্দটি প্ৰয়োগ কৰা হৈছিল; যেনে, থাওমুং লাইথেপেনা। থাও মানে বয়সীয়া, মুং মানে দেশ, গতিকে, থাওমুং মানে দেশৰ বয়সীয়া বা বা বৃদ্ধ। আহোম স্বৰ্গদেৱসকলৰ নামৰ আগত ‘চু’ আৰু শেহত ‘ফা’ ‘মু’ শব্দ প্ৰয়োগ কৰা হৈছিল। চু মানে বাঘ, ফা মানে স্বৰ্গ, মুং মানে দেশ। এই দুই শব্দৰ মাজত আন এটি সম্মানসূচক শব্দ প্ৰয়োগ কৰা হৈছিল; যেনে, চু-চেন-ফা. অৰ্থাৎ স্বৰ্গৰ ধুনীয়া বাঘ; চু-চেন মুঙ্গো বোলা গৈছিল, সেই স্থলত অৰ্থ হব ৰাজ্যৰ ধুনীয়া বাঘ। ৰজাসকলে হিন্দু ধৰ্ম্ম অৱলম্বন কৰাৰে পৰা মাজৰ আহোম শব্দটি তেঁওলোকৰ হিন্দু নামেৰে একে অৰ্থৰ হল; যেনে, চুপাতফা বা গদাধৰ সিংহ; পাত মানে গদা। চুখ্ৰুংফা বা ৰুদ্ৰসিংহ; খ্ৰুং মানে ৰুদ্ৰ। আহোমৰ গোহাঁই শব্দটি

গোসাঁই শব্দৰ আকাৰান্তৰ মাথোন ; আহোমসকলে সততে 'স'ক 'হ' বুলি উচ্চাৰণ কৰাত গোসাঁই শব্দে 'গোহাঁই' আকাৰ ধাৰণ কৰিছে। আহোমসকলে বৰবৰুৱাৰ ফু-কেন-লুং (মুনিহশ্ৰেষ্ঠ-ডাঙৰ) আৰু বৰ-ফুকনক ফু-কেপ-লুং (মুনিহ মহাপুৰুষ-ডাঙৰ) খিতাপ দিছিল। ফুকন শব্দটি আহোম ভাষাৰ শব্দ ; ফু (মুনিহ) কন (মহাপুৰুষ), অৰ্থাৎ ফুকন মানে মুনিহ মহাপুৰুষ।

---

# বিচাৰ।

আহোম ৰাজত্বৰ পাতনিৰে পৰা মাজ ছোৱালৈকে বিচাৰকে কোনো কাৰ্য্যবিধি নেমানিছিল ; দেশাচাৰ আৰু নিজৰ ভাল বেয়াৰ বিবেচনা অনুসাৰে শাস্তি প্ৰয়োগ কৰিছিল। মাজ ছোৱাত ব্ৰাহ্মণসকলৰ প্ৰভুত্ব বঢ়াত বিচাৰকসকলে হিন্দু আইন বা শাস্তিবিধি মতে শাস্তি বিহিছিল। [illegible] ছোৱাত ৰাজ্য বিস্তাৰ কৰোঁতে নতুন প্ৰজাক বশ কৰিবলৈ দিয়া [illegible] নৰ কঠোৰ আছিল। অঙ্গক্ষত, তপত লোৰে গাত দাগ বহুউৱা, চমটাৰাট, চোৰাতেৰে কোবোৱা, চকু আৰু আঠুৰ ঘিলা কঢ়া প্ৰভৃতি শাস্তি সাধাৰণতঃ প্ৰচলিত আছিল। মানুহৰ দেহাঘাত সংক্ৰান্ত দোষৰ শাস্তিদানত 'চকুৰ সলনি চকু আৰু দাঁতৰ সলনি দাঁত' ( Eye for an eye and tooth for a tooth) এই নীতিটো মনত ৰখা হৈছিল আৰু সেই অনুসাৰে দোষীৰ অঙ্গক্ষত কৰা হৈছিল। ৰাজদ্ৰোহৰ দোষত জীয়াই চাল বখলিওৱা খাবলৈ নিদি শুকুৱাই মৰা, শূলত শালত আৰু ৰৰশীত দিয়া, আৰু ফাঁচী দিয়া প্ৰভৃতি শাস্তি প্ৰচলিত আছিল। মৃত্যুদণ্ড ৰাজ-দ্ৰোহীজনৰ উপৰিও তাৰ সদৌ পৰিয়ালে ভুগিছিল। ফৌজদাৰী গোচ-ৰৰ কোনো লিখা কাকত সংৰক্ষিত নহৈছিল। কিন্তু দেৱানী গোচৰৰ

সংক্ষিপ্ত মৰ্ম্ম থকা এখনি কাকত বিজয়ী দলক দিয়া হৈছিল। তিনিজনা ডাঙৰীয়া, বৰবৰুৱা আৰু বৰফুকনেই প্ৰধান বিচাৰক আছিল ; কিন্তু সৰু তৰপৰ বিচাৰবোৰ উক্ত বিচাৰকসকলৰ তলতীয়া বিচাৰকেও সুধিছিল। এই তলতীয়া বিচাৰকসকলৰ মতামতৰ বিৰুদ্ধে তেওঁলোকৰ উপৰুৱা বিষয়াসকললৈ আপীল গৈছিল ; আৰু বৰবৰুৱা বা বৰফুকনৰ মতামতৰ বিৰুদ্ধে হলে স্বৰ্গদেৱলৈকো আপীল গৈছিল। বৰবৰুৱাৰ চৰাত ছ-জনা পালি-বিচাৰক থাকে ; সেইসকলৰ ভিতৰত ন্যায়সোধা ফুকন থাই। বৰবৰুৱাৰ অনুপস্থিতিত তেওঁ প্ৰধান বিচাৰকৰ বাব পায় ; আৰু পূৰ্ব্বে কোৱা মতে আপীল হলে ন্যায়সোধা ফুকনে গোচৰটো পুনৰ বিচাৰ কৰিছিল, আৰু তেওঁৰ বিবেচনা অনুসাৰে পূৰ্ব্বৰ শাস্তিকে নিগাজী কৰিছিল, নাইবা নকৈ শাস্তি বিহিছিল। বৰফুকনৰ চৰাতো দুজন বৰুৱা আছিল।

প্ৰত্যেক বিচাৰালয়ৰ অধিপতিক কটকী, গণক প্ৰভৃতিয়ে সহায় কৰিছিল, আৰু বিচাৰকসকলে প্ৰায় তেওঁলোকৰ মত অনুসৰি শাস্তি দিছিল। মোৱামৰীয়া বিদ্ৰোহৰ পূৰ্ব্বে বিচাৰ কাৰ্য্য অতি খৰকৈ, যোগ্য আৰু অপক্ষপাতী ভাৱে চলিছিল। মোৱামৰীয়া আৰু মটকৰ বিদ্ৰোহ দমাই ৰাজ্যত শান্তি স্থাপিবৰ অৰ্থে বিচাৰকৰ শাস্তি-বিধান আকৌ আদি ছোৱাৰ দৰে কঠোৰ কৰা হৈছিল। শাস্তি প্ৰয়োগ বিষয়ত বঙ্গদেশৰ ব্যৱস্থাতকৈ মিথিলা দেশৰ ব্যৱস্থাৰ ইয়াত অধিক প্ৰচলন আছিল। পুৰোহিত, সভাপণ্ডিত, অধ্যাপক আৰু মহন্তসকলেই প্ৰধান ব্যৱস্থাদাতা আছিল। মাজে মাজে বিশেষ কোনো লোকে গোচৰৰ কাৰণ উপস্থিত হোৱা ঠাইলৈ গৈও সোধ সুধি তদন্ত কৰি বিষয়াত জনায়, বিষয়াই সেই মতেই বিচাৰ কৰে। গুৰু বিষয়ৰ গোচৰ হলে কেইজনমান সমজুৱাই গোট খাই বিচাৰ কৰে, গাঁৱত আৰু খেলত হলে সেই গাঁৱৰ বা

খেলৰ বৰমূৰীয়াসকলে তাৰ মীমাংসা কৰে। এই প্ৰথা আজিকাকালিও ঠায়ে ঠায়ে প্ৰচলিত। মহন্তসকলে নিজৰ সত্ৰ আৰু ধৰ্ম্ম, আচাৰ, নীতি সম্পৰ্কীয় বিষয়ৰ বিচাৰ কৰে। খেনো বিচাৰৰ বিষয়ত হাতে লিখা সিদ্ধান্ত পত্ৰও হয়। কোনো কোনো সময়ত বিচাৰ সম্বন্ধে খাটনি-লোটনিও চলিছিল; কিছুমান লঘু তৰপৰ বিৰোধ বিষয়াই পুৱা বা আবেলি নিজৰ ঘৰতে সোধ কৰি মীমাংসা কৰিছিল। কিন্তু এনে আচৰণৰ কথা ভু পালে ৰজাই ততালিকে বিচাৰকক সমুচিত দণ্ড দিছিল। সেই কালৰ অনেক বিচাৰক নিৰক্ষৰ আছিল। কিন্তু তেওঁলোকৰ স্মৃতি-শক্তি আৰু সহজ বিবেচনা-শক্তি বিচক্ষণ থকাত একো অন্যায় আৰু পক্ষপাতী মতামত বা শাস্তি নহৈছিল।

ইতিপূৰ্ব্বেই আমি কৈ আহিছোঁ যে আদি আৰু শেহ ছোৱাত শাস্তি বৰ কঠোৰ আছিল, ৰজাই নিজৰ ইচ্ছা মতে অযথা শাস্তি বিহোৱাৰ প্ৰমাণো পোৱা যায়। ডাঙৰীয়াসকলে ধুমেৰে খুন্দি বা টোম বান্ধি পানীত পেলাই দোষীৰ প্ৰাণ মাৰিব পাৰে। কিন্তু অস্ত্ৰাঘাত বা আন ৰূপে প্ৰাণ বধিব নোৱাৰে। বৰবৰুৱা বা আন ফুকন-বৰুৱাই নিজৰ আজ্ঞাৰে ভঙ্গা-পতা কৰিব পৰা বিষয়া বা পাইকৰ নাক-কাণ কাটি শাস্তি দিব পাৰে। আৰু তাৰ ওপৰ তৰপৰ দোষী হলে স্বৰ্গদেৱৰ আজ্ঞানুসাৰে হে গঁতা, গঁৰাল, কোৰ, ঢকা মৰোৱা শাস্তি দিব পাৰে। চৰাৰ ফুকন, চমুৱা ফুকন, তিপমীয়া বৰুৱা, মৰাণ বৰুৱা, বৰ ভণ্ডাৰ বৰুৱা প্ৰভৃতি মেল-ভগীয়া বৰুৱা ফুকনে নাক-কাণ কাটিব নোৱাৰে; কিন্তু ওপৰত কোৱা লঘুতৰ দণ্ড দিব পাৰে। টেকেলা আৰু ফুলীয়া এই দুখেল বাজকৈ আনক সেই দণ্ড দিব পাৰে, এই দুখেলৰ লোকক কোৰ, ঢকা, গঁতা, গঁৰাল এনে শাস্তি হে দিব পাৰে। নিলগত থকাৰ কাৰণে গুৱাহাটীৰ বৰফুকনৰ ক্ষমতা অধিক, তেওঁ প্ৰাণ-দণ্ডাজ্ঞাও দিব পাৰে। চোৰৰ

প্ৰাণদণ্ড পৰ্য্যন্ত হয়। বিচাৰকে বিধান কৰা শাস্তি চাওদাংহঁতে দোষীক প্ৰয়োগ কৰে। উজনিত চাওদাংহঁতে জেবেঙ্গা নামে পথাৰত শাস্তি দি প্ৰাণ মাৰে। গুৱাহাটীৰ ফালে চাওদাঙ্গৰ দৰে শাস্তি দিয়া মানুহক 'বুকৰ' বোলে। প্ৰাণদণ্ডৰ ভিতৰত কাঁচী দিয়াটোৱেই বৰ সন্মাননীয় বুলি বিবেচিত হৈছিল। পৰস্ত্ৰীহৰণ আৰু সতীত্বনাশৰ শাস্তি প্ৰাণদণ্ড ; প্ৰায় ৰৰশীৰেই সেই শাস্তি প্ৰয়োগ কৰা হৈছিল।

শাস্তি অতি কঠোৰ থকা গতিকে সেই কালত অঘাইত দোষী অতি কম আছিল, আৰু সেই ধৰণৰ মানুহৰ সংখ্যা কম হোৱাত দেশত শান্তি সদাই আছিল।

---

## তিনিজনা গোহাঁই ডাঙ্গৰীয়া।

আহোমসকলে অসমত স্বকীয়া প্ৰণালীৰে ৰাজত্ব কৰিছিল। ৰজাৰ হাততে শাসনৰ ঘাই ক্ষমতা ন্যস্ত আছিল ; কিন্তু তেওঁ বৰগোহাঁই, বুঢ়াগোহাঁই আৰু বৰপাত্ৰ গোহাঁই নামে তিনিজনা প্ৰধান মন্ত্ৰীৰ পৰা শাসনকাৰ্য্যত বিস্তৰ সাহায্য পাইছিল। সেই বুলি গোহাঁই ডাঙ্গৰীয়া তিনিজনাই আদেশ প্ৰচাৰ কৰিব নোৱাৰিছিল ; ৰজাক ৰাজকাৰ্য্যত পৰামৰ্শ দিয়াই তেওঁলোকৰ ঘাই কৰ্ত্তব্য আছিল। স্বৰ্গদেৱে এই তিনিজনা ডাঙ্গৰীয়াৰে সৈতে মন্ত্ৰণা নকৰি আৰু তেওঁলোকৰ অনুমতি বিনে কোনো প্ৰকাৰ আদেশ কৰিব, নাইবা যুদ্ধ বিগ্ৰহাদি চলাব নোৱাৰিছিল। এই তিনিজনা ডাঙ্গৰীয়া সন্মত নহলে কোনো ৰজাই ন্যায্য মতে অভিষিক্ত হব নোৱাৰিছিল ; আৰু এওঁলোকৰ একমত হলে ৰজাক ভাঙ্গিবও পাৰিছিল। যেতিয়া আহোমসকলে প্ৰথমে সৌমাৰ খণ্ড আক্ৰমণ কৰে, তেতিয়া বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰ পূৰ্ব্বপুৰুষে দিগ্বিজয় কাৰ্য্যত বিস্তৰ সহায় কৰাত, ৰজাই তেঁওলোককো ৰাজ্য শাসনৰ অংশ দিয়ে। তেতি-

য়াৰে পৰা ৰজাদেৱে বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰে সৈতে একে গোট হৈ ৰাজ্য শাসন কৰিছিল। দিহিঙ্গীয়া ৰজাৰ দিনত বৰপাত্ৰৰ বিষয় নটৈক সৃষ্ট হয়। প্ৰথম বৰপাত্ৰ গোহাঁই ডাঙ্গৰীয়া মহাৰাজ চুপিমফা স্বৰ্গদেৱৰ ঔৰসে নগাদৈৰ দিয়া এগৰাকী চমুৱা কুৱঁৰীৰ গৰ্ভজাত অজ্ঞাত সন্তান। তেতিয়াৰে পৰা ৰজাৰ বৰচৰাত তিনিজনা সমান সম্ভ্ৰমৰ ডাঙ্গৰীয়া বহে। সমান সম্ভ্ৰমৰ হলেও বৰপাত্ৰ গোহাঁইৰ পদটি সততে ৰজাৰ বংশৰ লোকৰ নিমিত্তে সুকীয়াকৈ ৰখা হয়। কিন্তু মাজে মাজে তাৰ ব্যতিক্ৰমো ঘটিছিল. যেনে বুদ্ধিস্বৰ্গনাৰায়ণ ৰজাৰ দিনত মৰাণৰ লাকু আৰু শিৱসিংহ ৰজাৰ দিনত কালুগঁয়া নটৰ লৰা হৰিনাথ এই দুয়ে বৰপাত্ৰৰ বিষয় পাইছিল। বৰগোহাঁইৰ পদো চুবিনফা ৰজাৰ দিনত চাওপাংবণ্ডুক নামে এক মিৰীয়ে পাইছিল, দিনচেৰেকৰ নিমিত্তে শিৱসিংহ ৰজাৰ দিনতো কালুগঁয়া হৰিনাথ বৰগোহাঁই হৈছিল। ডাঙ্গৰীয়া তিনিজনাৰ যি জনাই ৰাজমন্ত্ৰীৰ ৰাৰ পায়, তেওঁ সৰ্ব্বপ্ৰধান বিষয়া আৰু সেই বাবে জকাইচুকীয়া ১০০০ এক হাজাৰ মানুহ পায়। এই তিনিজনা বিষয়াই কেঁকোৰা-দোলা, বাঁহৰ উকা গামোছা লগোৱা আবোৱান, সোণৰ চূলাৰে পানী-জাপি, পাখি বিচনী, নাল লগোৱা বিচনী, কেপকৰা তলচা, আৰু আন অনেক মানৰ আহিলা-পাতি সমানে ব্যৱহাৰ কৰিব পাৰিছিল। এওঁলোকৰ ঘৈণীসকলেও পটি-চাঙ্গী আৰু বৰৈ দিয়া সোণৰ চূলাৰে জাপি পাইছিল। ডাঙ্গৰীয়া থিতাপটি এওঁলোকৰ সুকীয়া চিন আছিল। স্বৰ্গদেৱে এওঁলোকক ডাঙ্গৰীয়া, এওঁলোকে ৰজাক স্বৰ্গদেৱ, আৰু এওঁলোকে পৰস্পৰে 'আপ' বুলি সম্বোধন কৰিছিল। এওঁলোক নগৰ বা আন ঠাইত একেলগ হব নোৱাৰিছিল। ৰজাৰ নগৰ বা বৰচৰাতে যি এওঁলোকৰ দেখা সাক্ষাৎ হয়। ৰজাৰ আগলৈ গলে এওঁলোক হাতী, ঘোঁৰা কিম্বা দোলাত উঠি যায়। এওঁলোকৰ আগত বিলতীয়া গায়নে গাই যায়,

আৰু কালীয়াই কালী মাৰি যায়, আৰু ৰঙ্গা চুলিৰে ৰৰছা আৰু চুলি লগা দাৰে লগত পালী যোৱাৰ নিয়ম। নগৰ সোমালে এওঁলোকে ক্ৰমে একো একো পদ এৰে। ৰজাৰ ভিতৰলৈ গলে এজন তামুলী লিগিৰাই হাঁচটি লৈ যায়। ৰৰচৰা প্ৰবেশ কৰোঁতে দুৱাৰ-মুখতে ভৰি ধুই বুলনী কাপোৰৰ ওপৰেদি যায়; আৰু সভাত তিনিখনীয়া কঠৰ তলিয়ৰি গুচাই ৰৰ কাপোৰৰ মচুলা লৈ ৰহে। ডাঙৰীয়াসকলে ৰৰৰ পৰা ৰজাৰ নগৰলৈ উঠি যোৱা হাতী বা ঘোঁৰাত বানত দিয়া হয়, ভৰিত নুপুৰ দিয়ে; আৰু ঘোৰাত হালধীয়া পাটৰ তলচা আৰু আগত দোলা-চৈৰে আগুৱা যায়। বাটত ৰজাদেৱৰে সৈতে ভেটাভেটি হলে স্বৰ্গ-দেৱ যি বাহনত আছে সেই বাহনত উঠি ডাঙৰীয়াই ৰজাক দেখা দিয়ে। এওঁলোক নগৰৰ গড়ৰ চুকৰ ভিতৰ সোমালে কালী ৰজোৱা আৰু গীত গোৱা বন্ধ হয়। ৰৰ দুৱাৰৰ মুখতে তেওঁ লোকে দোলা, ৰঙ্গা আবোৱান, দা, যাঠী আৰু ৰৰছা এৰি তিনি গছমান ৰঙ্গা যাঠী আৰু ৰৰছাৰে নগৰ প্ৰবেশ কৰে। সোণৰ চুলাৰে পানীজাপি মাত্ৰ ধৰি আছে।

নকৈ কোনো ডাঙৰীয়া পাতিব লাগিলে ৰৰচৰাত এখন বিৰাট সভা ৰহে। নকৈ পাতিবলগীয়া গোহাঁইদেৱে চৰাৰ উত্তৰ টুপৰ ধঁৰিয়াল ধৰা খুটাত ধৰে বা কোৰৰত থিয় হয়; পিছে মজিন্দাৰ বৰুৱাই ৰজাদেৱৰ নিয়োগ-পত্ৰ পাঠ কৰে! বহিৰলৈ কাপোৰ দিলে পতাজনা ডাঙৰীয়া ৰহে। নিয়োগ-আজ্ঞা জাৰি কৰাৰ সময়ত কৰ্ত্তব্যৰ বিষয়ে অনেক আলোচনা হয়। গোহাঁইদেৱে কৃতজ্ঞঅন্তৰে স্বৰ্গদেৱলৈ স্তুতি প্ৰাৰ্থনা জনাই আৰু ৰজাৰ অধীনতা স্বীকাৰ কৰি শপত খায়।

ডাঙৰীয়া সকলে নিজে ৰণলৈ গৈ যুদ্ধ কৰিছিল। এওঁ লোকৰ বিষয়টি পুত্ৰানুক্ৰমে হলেও, ৰজাদেৱে মাজে মাজে এওঁলোকৰ ফৈদৰ উপযুক্ত দেখিলে যাকে তাকে পাতিব পাৰিছিল। আহোম মতে বুঢ়াগোহাঁইক

চ্চাও ফ্ৰাংমুং ( দেৱতা-বিস্তীৰ্ণ দেশৰ লোক ), ৰবগোহাঁইক চ্চাও থাওলুং ( দেৱতা বয়সীয়া ডাঙৰ ) বোলা হৈছিল। প্ৰত্যেক ডাঙৰীয়াই ৰজা ৰবৰ পৰা নিৰ্দ্দিষ্ট সংখ্যা পাইক পাইছিল। ৰজাৰ আন কোনো বিষয়াই সিঁহতৰ ওপৰত ক্ষমতা চলাব নোৱাৰিছিল। ৰজাৰ চৰাত মেল সোধা-বলৈ, নাইবা আন কোনো ৰাজকীয় কামলৈ যাব লগা হলে স্বৰ্গদেৱে কটকাৰ মুখে ডাঙৰীয়া সকললৈ নিমন্ত্ৰণ পঠোৱাৰ প্ৰথা আছিল। প্ৰত্যেক ডাঙৰীয়াই ১০০০ পাইক পাইছিল। কোনো জনা ডাঙৰী-য়াক ভাঙিব লাগিলে, ৰজাই ৰবকটকী পঠিয়াই ডাঙৰীয়াৰ ঘৰতে তেওঁক ভাঙি দোলা আৰু আবোৱান প্ৰভৃতি কাঢ়ি আনি নতুন এজন পাতে।

---

# প্ৰতিনিধি বিষয়া।

## দাঁতিয়লীয়া গোহাঁই।

তিনিজনা ডাঙৰীয়াৰ তলত শদিয়াখোৱা গোহাঁই, মৰঙ্গীখোৱা গোহাঁই আৰু শলালগোহাঁই সমান মৰ্য্যাদাৰ বিষয়া আছিল ; শদিয়া-খোৱা গোহাঁইৰ পদটি স্বৰ্গনাৰায়ণ ৰজাদেৱৰ দিনত সৃষ্ট হয়। ৰাজ্যৰ উত্তৰ-পশ্চিম অঞ্চলত তেওঁৰ ৰজাদেৱৰ প্ৰতিনিধি আছিল। মৰঙ্গী খোৱা গোহাঁই ধনশিৰী নৈৰ পশ্চিম কূলত থকা মৰং নামে এখন ঠাইত প্ৰতিনিধি আছিল ; আৰু থাম্‌টিইঁতৰপৰা সেই অঞ্চল ৰক্ষা কৰাৰ ভাৰ তেওঁৰ গাত আছিল। শলাল গোহাঁই দৰঙ্গত প্ৰতিনিধি আছিল, তেওঁৰ সেনাবোৰ কলিয়াবৰ আৰু নতুৱাৰত আছিল। ভুটিয়া, মিৰি আৰু ডফলাইঁতৰ অত্যাচাৰৰ পৰা চৌ-দুৱাৰ, ন-দুৱাৰ আৰু ছয়-দুৱাৰ ৰক্ষা কৰাৰ ভাৰ শলালগোহাঁইৰ গাত। কছাৰি আৰু জয়ন্তীয়াৰ

বাতৰি জনাই থাকিবলৈ কাজলিমুখত দুজন কাজলীমুখীয়া গোহাঁই থকাৰ প্ৰথা আছিল। জাগীৰ ফালৰ বাতৰি জনাই থাকিবলৈ এজন ‘জাগিয়লীয়া গোহাঁই’ নামে বিষয়া আছিল। দৈগোবোঙৰ চকীত ‘বৰ-চেটীয়া’ বুলিও এজন বিষয়া আছিল। শাদিয়াখোৱা গোহাঁই, মৰঙ্গী গোহাঁই আৰু শলালগোহাঁইক দাঁতিয়লীয়া বিষয়া বোলা হৈছিল। বৰ-চৰাত এওঁলোকে বৰগোহাঁইৰ বাঁও ফালে বহে। এওঁলোকক পাতিব লাগিলে চৰাৰ দক্ষিণ টুপৰ ঘঁৰিয়ালধৰা খুটাৰ কোণত পাতে। ডাঙ্গ-ৰীয়াসকলক পাতোঁতে যি নিয়ম, এওঁলোকক পাতোঁতেও সেই নিয়ম।

---

## বৰবৰুৱা।

এওঁ ৰাজ্যৰ সৰ্ব্ব প্ৰধান বিচাৰক। বৰবৰুৱা পদটি মোমাই তামুলীক বৰবৰুৱা পতাত প্ৰথমে প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত সৃষ্টি কৰা হয়। মান-সম্ভ্ৰমত এওঁ ডাঙ্গৰীয়া সকলৰ তলতে। এওঁ নগৰলৈ গলে লগত টাঙোন ধৰা যায়। আৰু পালীয়ে পৰচুলাৰে পানীজাপি, খেৰৰ পাখিবিচনী, পাচনি হতীয়া বিচনী আৰু আগ থকা ৰূপৰ বেৰী দিয়া লাখুটি লৈ যায়। ৰজাৰ ৰৰদুৱাৰ পালে এওঁ খোজ কাঢ়ি ৰৰচৰালৈ যায়; আৰু জাপি ধৰোঁতাই তেওঁৰ ওপৰত পাচৰ পৰা জাপি ধৰি আহে। ৰৰচৰাত তিনি খনীয়া মেলা চালকঠত ৰানতৰ মচুলা লৈ বহে। এওঁ সদাই ৰৰচৰাত বহি মেল সোধে। এওঁ ১৪০০০ পাইকৰ গৰাকী; কিন্তু সেই পাইক মাজে মাজে ৰজাৰ কামতো নিয়োজিত হোৱাৰ প্ৰথা আছিল। ঘৰুৱা ব্যৱহাৰৰ নিমিত্তে বৰবৰুৱাই উক্ত পাইকৰ শতকৰা ৭ সাতজনকৈ পাইক পাইছিল; আৰু তাৰ লগতে দোষীক অৰ্থ দণ্ড কৰা দায়ো তেওঁ পাইছিল; কিন্তু সেই বুলি সকলো দোষৰে দাই বৰবৰুৱাই নাপাইছিল।

দাঁতিয়লীয়া বিষয়া পাতোঁতে যি নিয়ম বৰবৰুৱাক পাতোঁতেও সেই নিয়ম। এওঁক প্ৰকৃততে প্ৰধান মন্ত্ৰী বোলা উচিত। যেহেতু, আইন সেনা আৰু আন লাগতীয়াল বিষয় সংক্ৰান্ত ভাৰ এওঁৰ গাত ন্যস্ত আছিল। এওঁৰ বৰচৰা ছজনা ফুকনেৰে গঠিত।

---

## বৰ ফুকন।

এই পদটি ১৬১৫ খ্ৰীষ্টাব্দত সৃষ্টি কৰা হয়। তেতিয়াৰে পৰা গুৱা-হাটীত বৰফুকন নামে ৰাজপ্ৰতিনিধিয়ে নিগাজিকৈ শাসন কৰিবলৈ ধৰে। তেওঁ মৰ্য্যাদাত বৰবৰুৱাৰ সমতুল। কিন্তু নিলগত থকাৰ গতিকে এওঁৰ ক্ষমতা অতি অধিক। এওঁক বৰবৰুৱাৰ নিয়মেই পতা হয়। এওঁৰ চৰাত ছজন বিষয়া যেনে:—পানীফুকন (৬০০০ পাইকৰ অধিপতি) ১জন গুৱাহটীয়া ডেকাফুকন (৪০০ পাইকৰ), দিহিঙ্গীয়া, নেক আৰু চেটিয়া ফুকন দুজন (কলিয়াবৰীয়া আৰু গুৱাহটীয়া)।

---

# ফুকন বিষয়া।

## চৰুৱা ফুকন।

যি কেইজন বিষয়াই বৰবৰুৱাৰ চৰাত বহি মেল সোধাত সহায় কৰিছিল, তেওঁ লোকক চৰুৱা ফুকন বোলে; নাওবৈচা, ভিতৰুৱাল, ন দিহিঙ্গীয়া, গড়গঁয়া ডেকাফুকন আৰু নেওগ-ফুকন। বৰচৰাত বিচাৰ সোধাৰ উপৰিও এওঁবিলাকৰ গায়েপতি সুকীয়া ভাৰ আছিল, যেনে—নাও-বৈচা ফুকনৰ বজাৰ নাওবৈচা খেলৰ গৰাকী, ভিতৰুৱাল ফুকন বজাৰ ভিতৰুৱাল খেলৰ গৰাকী, দিহিঙ্গীয়া ফুকন দিহিং অঞ্চলৰ কাৰ্য্যাদিৰ প্ৰতি দৃষ্টি ৰাখোঁতা, নেওগ ফুকন সাধাৰণ সেনাপতি, চৰুৱা ফুকনসকলে

পট্টি চাঙ্গী, উকা ৰবজাপি, ৰূপৰ চুলাৰে পানীজাপি, খেৰবিচনী, পাখি বিচনী, ছালকঠ বনাতৰ মচুলা আৰু ৰূপৰ বেৰী দিয়া লাখুটিৰ মৰ্য্যাদা পায়। এওঁ লোকে প্ৰত্যেকে ৩০ জন পাইক পাইছিল। সেই পাইক বোৰেৰে এটি এটি খেল গঠিত হৈছিল ; আৰু সিহঁতৰ উপৰুৱা ফুকনৰ নাম অনুসৰি পৰিচিত আছিল ; যেনে—ন-ফুকনৰ খেল, চেটীয়া ফুকনৰ খেল।

## ন্যায়-সোধা ফুকন।

ৰবৰুৱাৰ অনুপস্থিতিত এওঁ ৰবচবাত মেল সোধে, আৰু আন বিচাৰকৰ বিপক্ষে অহা আপীলবোৰৰ মীমাংসা কৰে।

## চাংৰুঙ্গৰ ফুকন।

মৰ্য্যাদাত এওঁৰ ন্যায়-সোধা ফুকন আৰু নেওগ-ফুকনৰ সমকক্ষ।

## পৰ্ব্বতীয়া ফুকন।

এওঁ পৰ্ব্বতীয়া কুঁৱৰীৰ মেলৰ গৰাকী এওঁৰ লগত এজন কাকতী বৰুৱা পায়। আহোম ৰাজত্বৰ শেহ ছোৱাত বামুণক এই বিষয় দিয়া হৈছিল। পূৰ্ব্বত আহোমৰ হাতত হে এই বিষয় আছিল। মৰাণ পাতৰৰ বঙ্গহত এই বিষয় থাইকৈ আছিল।

## ৰাইডঙ্গীয়া ফুকন।

এওঁ ৰাইডঙ্গীয়া কুঁৱৰীৰ মেলৰ গৰাকী, এৰেঁা এজন কাকতী বৰুৱা পায়।

## গন্ধীয়া ফুকন।

গন্ধীয়া খেলৰ গৰাকী।

## খঙ্গীয়া ফুকন।

এওঁ ৰাজমাও সংক্রান্ত সকলো কাৰ্য্য কৰে, আৰু খঙ্গীয়া মেলৰ কুঁৱৰীৰ খেলৰ গৰাকী।

## তামুলী ফুকন।

এওঁ তামুলী খেলৰ অধ্যক্ষ আৰু ৰজাৰ ফুলনিবাৰীৰ পতি কৰে। সেই বাৰীত তামোল গছ অধিক গতিকে এওঁক তামুলী ফুকন বোলা হয়। এই বিষয়খন চিৰকালেই আহোমৰ হাতত আছিল। মাথোন আহোম ৰাজত্বৰ শেহভাগত হে বামুণক দিয়া হৈছিল, সিও বিশেষ কাৰণত হে। এওঁ তামুলী বিলাকৰ ওপৰৰ বিষয়া। চাংমাই বৰুৱা আৰু চাংমাই-বিলাকো এওঁৰ তলতে। এওঁ ৰজাৰ চাংমাই শালৰ যাৱতীয় কাৰ্য্য কাম ভালকৈ চাব লাগিছিল। এনে কি ৰন্ধা-বঢ়াবিলাকো নিজে আস্বাদন কৰি কেনোৱে ষড়যন্ত্ৰ কৰি বিষ প্ৰয়োগ কৰিছে নে নাই তাকো পৰীক্ষা কৰিব লাগিছিল। ৰজাঘৰৰ কাতিৰ ভোজত তেওঁৰ ভাগ আছিল, আৰু নিতৌ ৰজাৰ ঘৰৰ পৰা ৰজাৰ আহাৰীয় সামগ্ৰীৰ এওঁ ভাগ পাইছিল। শেহত যেতিয়া এই বিষয় খন বামুণক দিয়া হল তেতিয়া বোধ কৰোঁ তামুলী ফুকনৰ কাৰ্য্য কাম দোচোৰা হৈছিলগৈ।

## চোলাধৰা ফুকন।

এওঁ স্বৰ্গদেৱৰ সাজ-পাৰৰ তত্বাৱধাৰক আৰু সেই নামৰ খেলৰ গৰাকী।

## খাৰঘৰীয়া ফুকন।

খাৰ, বাৰুদ আৰু অস্ত্ৰ-শস্ত্ৰৰ গৰাকী।

## নাওশলীয়া ফুকন।

নাও আৰু নাও আহিলা সজুলি সংক্ৰান্ত নিৰ্ম্মাণ কৰা লোকৰ খেলৰ গৰাকী; এওঁৰ লগত ১০০০ এহেজাৰ মানুহ থাকে।

## ঢেঁকিয়াল ফুকন।

সেই নামৰ খেলৰ গৰাকী।

## দেৱলীয়া ফুকন।

দেৱালয় আৰু হিন্দু মন্দিৰৰ তত্বাৱধাৰক।

## চিৰিং ফুকন।

আহোমৰ পূজা-সেৱাৰ কাৰ্য্য কৰোঁতা খেলৰ আৰু দেওধাই সকলৰ গৰাকী। এওঁৰ গাত বুৰঞ্জী লিখাৰ ভাৰ থাকে।

## নেক ফুকন।

ৰজাৰ কটকী সকলৰ গৰাকী আৰু তত্ত্বাৱধাৰক।

## চাৰিং ফুকন।

চাৰিঙ্গীয়া ৰজাৰ মেলৰ গৰাকী।

## তিপমীয়া ফুকন।

তিপাম ৰজাৰ মেলৰ লোক সকলৰ গৰাকী।

## জালভাৰী ফুকন।

ৰজাই মৃগয়া কৰা জাল প্ৰভৃতিৰ কামকৰোঁতা খেলৰ গৰাকী।

## বহিয়াল ফুকন।

এওঁ ৰহাৰ বহিয়াল গোহাঁইৰ কটকী আৰু ৰহা সংক্ৰান্ত যাৱতীয় কাৰ্য্যৰ প্ৰভৃতি দৃষ্টি ৰাখোঁতা।

## ৰাজগুৰুফুকন।

এওঁ ৰজাৰ ধৰ্ম্মকৰ্ম্মৰ তত্ত্বাৱধায়ক। সম্ভ্ৰমত তামুলী, চোলাধৰা, খাৰঘৰীয়া, ঢেঁকিয়াল, নাও শলীয়া এই কেইওজন ফুকন সমান। এওঁলোক স্বৰ্গদেৱৰ ভিতৰুৱাল, অৰ্থাৎ নিজৰ কৰ্ম্মকাৰী বিষয়া। ৰূপৰ চুলাৰে পানীজাপি, চাঙ্গী খেৰ-টুপি জাপি, পাখিবিচনী, ৰূপৰ বেৰী দিয়া লাখুটি, ছাল কঠ এই কেই জন্ম ফুকনে মৰ্য্যাদা স্বৰূপে সমানে ব্যৱহাৰ কৰিব পাৰে। মান সম্ভ্ৰমত তিপমীয়া আৰু চাৰিঙ্গীয়া ফুকন সমান; এওঁ লোক দুজনাই চেকৰ দিয়া চাঙ্গী পায়।

# বৰুৱা বিষয়া।

## বাজুৱা বিষয়া।

চেটীয়াপাত্ৰ বৰুৱা দুজন, ঘিলাধাৰী বৰুৱা দুজন, ঘৰফলীয়া দুজন, চাংকঙৰ বৰুৱা এজন, এই কেইজন মান-মৰ্য্যাদাত সমতুল। এওঁলোকক 'বাজুৱা বিষয়া' বোলে। এওঁলোকৰ ওপৰত প্ৰাদেশিক শাসন আৰু বিচাৰৰ ভাৰ ন্যস্ত।

## তিপমীয়া বৰুৱা।

তিপাম খেলৰ গৰাকী আৰু শাসনকৰ্ত্তা।

## মৰাণ বৰুৱা।

মৰাণ খেলৰ গৰাকী আৰু শাসনকৰ্ত্তা।

## ৰাইডঙ্গীয়া বৰুৱা।

ৰাইডাং নামে ঠাইৰ লোকৰ গৰাকী আৰু শাসনকৰ্ত্তা।

## নামৰূপীয়া বৰুৱা।

নামৰূপ নামে ঠাইৰ লোকৰ গৰাকী আৰু শাসনকৰ্ত্তা।

## চান্দকূটীয়া বৰুৱা।

চান্দকূট নামে ঠাইৰ গৰাকী আৰু শাসনকৰ্ত্তা।

## কাথ বৰুৱা।

এওঁ মজুমদাৰ বৰুৱা, কাকতী প্ৰভৃতিৰ ওপৰুৱা বিষয়া।

## শূলপানী বৰুৱা।

এওঁ বৰ ভঁৰালৰ গৰাকী; মৰ্য্যাদাত কাথ বৰুৱা আৰু শূলপানী বৰুৱাৰ সমান। এওঁলোকে ৰূপৰ চুলাৰে পানী জাপি পায়। তাৰ

উপৰিও পট্টি-চাঙ্গী, ৰূপৰ বেৰী বন্ধা লাখুটী আৰু দীঘল নলীয়া ফুলকটা বিচনী পায়।

## চাওদাং বৰুৱা।

সেই নামেৰে খেলৰ গৰাকী, দোষীবিলাকক বিহিত শাস্তি দিয়া আৰু শান্তি ৰক্ষা কৰাই চাওদাং বৰুৱাৰ কৰ্ম্ম।

## চৰাইমৰীয়া বৰুৱা।

চৰাই মৰা খেলৰ গৰাকী।

## ধেনুচোঁচা বৰুৱা।

ধেনু চাচি সজা লোকৰ খেলৰ গৰাকী।

## মজিন্দাৰ বা মজুমদাৰ বৰুৱা।

এওঁ ৰজাৰ আদেশ লিখে, আৰু নকৈ বিষয়া পাতোঁতে নিয়োগ আজ্ঞা পঢ়ি শুনায়। এওঁৰ লগত চাবিজন চাংকাকতী পায়।

## বেজবৰুৱা।

ৰজাৰ পৰিয়ালৰ ঘাই বৈদ্য।

## গন্ধীয়া বৰুৱা।

ৰজালৈ সুগন্ধি দ্ৰব্যাদি প্ৰস্তুত কৰা আৰু তাৰ যোগান ধৰোঁতাৰ গৰাকী।

## বৰভাণ্ডাৰ বৰুৱা।

ৰাজভাণ্ডাৰৰ তত্ত্বাৱধাৰক।

## শেনচোৱা বৰুৱা।

শেন মেলি ৰজাক ৰং দেখুৱা খেলৰ গৰাকী।

## খনিকৰ বৰুৱা।

খনিকৰ আৰু বাটৈ খেলৰ গৰাকী।

## চাংমাই বৰুৱা।

ৰজাৰ চাংমাই অৰ্থাৎ বান্ধনী খেলৰ গৰাকী।

## হাতী বৰুৱা।

হাতী ধৰা আৰু মাউত প্ৰভৃতি মানুহৰ খেলৰ গৰাকী।

## কুকুৰাচোৱা বৰুৱা।

কুকুৰাচোৱা প্ৰহৰী খেলৰ অধিপতি, এওঁৰ তলতেই দাঁড়-পৰা মানুহ থাকে। এওঁ ৰজাৰ সময় নিৰূপক। 

## ঘোঁৰা বৰুৱা।

ঘোঁৰা শিকোৱা, ৰখা আৰু চোৱা খেলৰ গৰাকী।

## ডুলীয়া বৰুৱা।

ৰজাৰ দোলা আৰু তেনেকুৱা বাহনৰ তত্ত্বাৱধাৰক খেলৰ গৰাকী।

## ৰহিয়াল বৰুৱা।

ৰহিয়াল ফুকনৰ তলে ৰহাৰ বিষয়া।

## দোলাকাষৰীয়া বৰুৱা।

ৰজাৰ দোলাৰ কাষেদি যাব পৰা প্ৰহৰী খেলৰ লোকৰ গৰাকী; টেকেলাবোৰ এওঁৰ তলতীয়া।

## যুতকীয়া বৰুৱা।

ৰজাৰ যৌতুকত অহা লোকৰ আৰু তেওঁলোকৰ গৰাকী।

## শিলাকুটি বৰুৱা।

শিলৰ কাম কৰা খেলৰ গৰাকী।

## কাঠকটীয়া বৰুৱা।

কাঠকটীয়া খেলৰ মানুহৰ গৰাকী।

## ফুল বৰুৱা।

এওঁ ৰজাৰ ফুলনীবাৰী পাতিছিল আৰু তাৰ তদাৰক কৰিছিল।

## জৰাধৰা বৰুৱা।

ৰজাৰ লগত নৈ যোৱা ভোগ দ্ৰব্য প্ৰভৃতিৰ ৰক্ষণ কৰা খেলৰ গৰাকী।

## ঘিঁউ বৰুৱা।

ঘিঁউ, চেনী, গুৰ প্ৰভৃতি খাদ্যদ্ৰব্যৰ যোগান ধৰোঁতা আৰু ৰখা মানুহৰ খেলৰ গৰাকী।

## মলীয়া বৰুৱা।

ফুলৰ মালা প্ৰভৃতি কৰা আৰু যোগোৱা খেলৰ গৰাকী।

## পাখিমৰীয়া বৰুৱা।

পাখিমৰীয়া খেলৰ গৰাকী।

## গজপুৰীয়া বৰুৱা।

গজপুৰীয়া খেলৰ লোকৰ গৰাকী।

## সোণাদাৰ বৰুৱা।

ৰজাৰ টাকশাল ( mint ) আৰু অলঙ্কাৰ-পাতি তদাৰক কৰা লোকসকলৰ গৰাকী।

## হুৰৰী বৰুৱা।

হুৰৰীবিলাকৰ খেলৰ গৰাকী।

## পুৰণি মেলৰ বৰুৱা।

সেই নামে মেলৰ গৰাকী।

## মাজু মেলৰ বৰুৱা।

সেই মেলৰ খেলৰ গৰাকী।

## সৰু মেলৰ বৰুৱা।

সেই খেলৰ গৰাকী।

## মাহী মেলৰ বৰুৱা।

ৰজাৰ নকৈ অনা কুঁৱৰীৰ মেলৰ গৰাকী, এওঁক সৰুমেলীয়া বৰুৱাও বোলা হয়।

## গাভৰু মেলৰ বৰুৱা।

ৰজাৰ জীয়াৰী, কুঁৱৰীসকলৰ মেলৰ গৰাকী।

## কলিচেঙ্গৰ বৰুৱা।

সেই নামে খেলৰ গৰাকী।

## এনাই ঘৰীয়া বৰুৱা।

ৰাজমাওৰ মাকৰ মেলৰ গৰাকী।

## সত্ৰীয়া বৰুৱা।

সত্ৰৰ কাৰ্য্য চলাওঁতা বিষয়া।

## ভৰালী বৰুৱা।

ৰাজকোষৰ গৰাকী।

## হিলৈদাৰী বৰুৱা।

ৰাজকীয় অস্ত্ৰাদি, হিলৈ আৰু আন অস্ত্ৰ-শস্ত্ৰৰ গৰাকী।

দৰব ধৰা বৰুৱা।

মাটি জোখাত টাবীৰ লগত মাটিৰ দীঘ পুতল আৰু সীমা লেখোঁতা-সকলৰ গৰাকী।

---

# অন্যান্য বিষয়া।

## বাৰ-ৰাজখোৱা।

এওঁলোকক বেলেগ বেলেগ ঠাইৰ শাসনকাৰ্য্যলৈ পঠোৱাৰ কাৰণে ৰাজখোৱা বোলা হয়। প্ৰত্যেক ৰাজখোৱা ৩০০০ পাইকৰ গৰাকী, লেখৰ ভিতৰত ৰাজখোৱা ১২ জন। কিন্তু নিবুকিয়াল ১ জন, বচা ১ জন, দিহিঙ্গীয়া ২ জন, শলগুৰীয়া ২ জন, অভয়পুৰীয়া ৩ জন, নামডঙ্গীয়া ১ জন, দিখোমুখীয়া ১ জন, ঘিলাধৰীয়া ১ জন, গজপুৰীয়া ১ জন, দৈয়ঙ্গীয়া ১ জন, এই ১৪ জনা ৰাজখোৱাই সেই সেই নামৰ বিভাগৰ শাসনকাৰ্য্য নিৰ্ব্বাহ কৰিছিল। এওঁলোক সকলো বৰবৰুৱাৰ অধীন।

ওপৰত কোৱা বিষয়াসকলত বাজেও কাকতী, বৰকাকতী, চাং-কাকতী, কটকী, বৰকটকী. দলৈ, বৰদলৈ, দেৱলীয়া, সেৱা-চলোৱা, প্ৰভৃতি ভালেমান বিষয়া আছিল। হাজৰিকা বা হাজাৰিকীয়া, শইকীয়া, বৰা আদি চমুৱা শ্ৰেণীভুক্ত বিষয়া আছিল, ইবিলাক পাইক চলোৱা বিষয়া। কাকতীসকল লিখোঁতা; কটকীসকল আন ৰাজ্যৰ নৃপতি-সকলেৰে চিঠি-পত্ৰ অনা-নিয়া কৰোঁতা;—দলৈ আৰু বৰদলৈসকল জ্যোতিষ-শাস্ত্ৰ ভাঙ্গোতা অৰু শুভাশুভ গণোতা;—দেৱলীয়া আৰু সেৱা-চলোৱা ৰাজধৰ্ম্ম সংক্ৰান্ত কাৰ্য্যৰ চকু ৰাখোঁতা বিষয়া। টেকেলা-ৱোৰৰ প্ৰধানটোক নেওগ, কুৰিটা পাইকৰ ওপৰৰ বিষয়াক বৰা, পাঁচজন বৰা অৰ্থাৎ এশ পাইকৰ ওপৰত থকাজন শইকীয়, আৰু দহ-

জন শইকীয়া অর্থাৎ এহেজাৰ পাইকৰ ওপৰত থকা বিষয়াক হাজৰিকা বোলা হয়।

বৰবৰা।

এওঁ ৰাজহুৱা নির্ম্মাণ কার্য্যাদিৰ প্রতি দৃষ্টি ৰাখোঁতাসকলৰ গৰাকী।

কোনো বিষয়াৰ বিষয় বা পদ আজীৱন বা চিৰস্থায়ী নহয়, তেওঁ-লোকৰ পদৰ স্থিতি নিজৰ সজ চৰিত্র আৰু নিজৰ কর্ত্তব্যপৰায়ণতাৰ ওপৰত ঘাইকৈ নির্ভৰ কৰে। কোনো বিষয়াই অযোগ্যতা প্রকাশ কৰিলে তেওঁক ভাঙ্গি আন এজনক নৈকে সেই ঠাইত নিযুক্ত কৰা হয়। ভগা বিষয়াজনে তেওঁৰ পূর্ব্ব বিষয়ৰ আগত ভগা শব্দটো প্রয়োগ কৰে; যেনে বন্দৰ ভগা বৰফুকন।

---

# বিষয়া-পতা ব্যৱস্থা।

ডাঙ্গৰীয়া তিনিজনা, দাঁতিয়লীয়া গোহাঁই, বৰবৰুৱা আৰু বৰফুকনক কি দৰে পোনতে ন বিষয়ত নিযুক্ত কৰা হয়, তাক আমি ইতিপূর্ব্বেই কৈ আহিছোঁ। আন-আন বিষয়া আৰু ডাঙ্গৰীয়াসকলৰ নিয়োগৰ বিৱৰণ তলত দিয়া হল।

কোনো এজন চকৰা ফুকন পাতিব লাগিলে, বৰচৰাত বৰবৰুৱা উপস্থিত থাকিব লাগে। মজুমদাৰ বৰুৱা, খেৰ-বিচনী পোৱা চমুৱা ফুকন এওঁলোকে গৈ ৰজাদেৱৰ আজ্ঞা আৰু নিয়োগ-পত্র পাঠ কৰি চকৰা ফুকন পদত নিযুক্ত কৰে। ৰাজখোৱা পাতিলে মজুমদাৰ বৰুৱা চৰাৰ দক্ষিণ টুপৰ পৰা নিয়োগ-আজ্ঞা শুনাই পাতে; কিন্তু নিযুক্ত কৰাৰ কথা ইতিপূর্ব্বে বৰবৰুৱাক শুনাই থব লাগে। চেটীয়াপাত্র বৰুৱা, ঘৰফলীয়া বৰুৱা, আৰু চাংৰুঙ্গৰ বৰুৱাক বৰচৰাৰ টুপৰ যোৱাৰ পশ্চিম পিনৰ পৰা ফৰকামৰ কোঁঠাত পাতে, তিনিজনা ডাঙ্গৰীয়া আৰু চকৰা ফুকনক

পাতিবৰ হলে মজুমদাৰ বৰুৱাই নিজে ৰাজাজ্ঞা শুনায়; কিন্তু আন-সকলক অন্যান্য ফুকন-বৰুৱায়ো আজ্ঞা শুনাই পাতিব পাৰে। খেৰ-বিচনী পোৱা বৰুৱা-ফুকনক চৰাৰ উত্তৰ টুপৰ ৰৰবৰুৱাক জনাই পতা হয়। তিনি ঘৰনাৰ ৰৰভাণ্ডাৰ বৰুৱা, খনিকৰ বৰুৱা, জালভাৰী ফুকন, গন্ধীয়া বৰুৱা, মজুমদাৰ বৰুৱা, মৰাণ বৰুৱা, হাতী বৰুৱা এইসকলক দোলাকাৰবীয়া চৰাৰ টুপতে পতা হয়। চাওদাং বৰুৱাক উজনি জখলা-মুখৰ চাওদাং চৰাত পতা হয়। দুলীয়া বৰুৱা আৰু নেওগ বৰাসকলক স্বৰ্গদেৱৰ দোলাঘৰত পতা হয়। কুকুৰাচোৱা বৰুৱা, পাচনি বৰা, বৰ তামুলি এইসকলক বৰ বাটঘৰত পতা হয়। দুৱৰী বৰুৱাক কুকুৰা-চোৱা বৰাই কথা শুনাই পাতে। চাংমাই বৰুৱা, ৰূবাধৰা বৰুৱা, বেজবৰুৱা এইসকলক চাংমাই শালৰ নিচাঙ্গত পতা হয়। এইসকলত বাজে আন বিষয়া আৰু মেলভগীয়া বৰুৱাসকলক উঁৰিকা দুৱাৰত পতা হয়। দেৱলীয়া, সেৱা-চলোৱা বিষয়া আৰু হাজৰিকাসকলকো তাতেই পতা হয়। মেলভগীয়া টেকেলা বৰা, নেওগ বৰা, কুকুৰাচোৱা বৰাক নিজৰ মেৰঘৰ কিম্বা দোলাঘৰত, যাৰ মেল সেইজনৰ আজ্ঞাৰে পতা হয়। কুকুৰাচোৱা নেওগ আৰু বৰা প্ৰভৃতিক বৰ বাটঘৰত ওজা লিগিৰাই পাতে। চাওদাঙ্গৰ শইকীয়া আৰু বৰাসকলক সিৱলাকৰ চৰাতে পতা হয়। হাতী ঘোঁৰাৰ বৰবৰা, গুৱাহাটীৰ দুই বৰবৰা, উজনিৰ দুই ৰণুৱা বৰা এইসকলক স্বৰ্গদেৱৰ আজ্ঞাৰে পতা হয়। উজনিৰ কাঁড়ী শইকীয়াক বৰবৰুৱাই আৰু ভাটীৰ কাঁড়ী শইকীয়াক বৰফুকনে পাতে। জুৱাৰ বৰাক গা-মেলৰ বৰুৱা-ফুকনে পাতে। বিষয়া পাতোঁতে বা ভাঙ্গোতে লিখা আজ্ঞা নহলে, উপযুক্ত বিষয়াই উপযুক্ত ঠাইত মুখেৰে ৰাজাজ্ঞা শুনালেই হয়।

---

# ৰজাৰ ৰাজধানী।

মুংৰিমুংজাও দেশৰ ৰজা চুকাফাই তেওঁৰ বংশৰ ৰজাৰ কোঁৱৰৰ লগত বিৰোধ হোৱাত ভটীয়াই আহি দেশ জয় কৰিবলৈ ইচ্ছা কৰিলে। আহোমৰ উপাস্য দেৱতা চোমদেৱক হৰণ কৰি মুংকং দেশৰ পৰা চুকাফাই আনিলে। বুঢ়াগোহাঁই, বৰগোহাঁই, দুজন সেনাপতি আৰু মন্ত্ৰীয়ে সৈতে দঁতাল হাঁতী, ঘোঁৰা আৰু লগত ১০৮০ মানুহ লৈ চুকাফা ৰজা পশ্চিমৰ ফালে আহিল। বাটত নৰা পৰ্ব্বতীয়া নগাহঁতে তেওঁলোকক অৱৰোধ কৰিছিল, কিন্তু সেই সকলোকে চুকাফা ৰজাই পৰাস্ত কৰি কামৰূপলৈ আহিল, তাতে কিছুদিন থাকিল। পিচে ক্ৰমে শলগুৰি, হাবুং আৰু শিমলুগুৰিত কিছুমান দিন থাকি শেহত চৰাইদেৱলৈ আহি ১২৩৮ খ্ৰীষ্টাব্দ বা ১১৬০ শকত সেই ঠাইতে নগৰ পাতিলে।

১৩২০ শকত চুডাংফা ৰজা সিংহাসনত উঠিল। এওঁৰ দিনত নৰা ৰজাই দেশ আক্ৰমিবলৈ আহে, পিচে চুডাংফাই নৰা ৰজাৰে সৈতে সন্ধি কৰে। এই জনা ৰজা এজন ব্ৰাহ্মণৰ ঘৰত সৰুতে প্ৰতিপালিত হৈছিল; সিংহাসনত উঠিও সেই ব্ৰাহ্মণক লগত লৈ নগৰলৈ আহে। ব্ৰাহ্মণৰ আগৰ ব্যৱহাৰ আৰু ধৰ্ম্মৰ প্ৰতি ৰজাৰ মন ঢালখোৱা আছিল। শত্ৰুৰ আক্ৰমণৰ হাত সাৰিবৰ অভিপ্ৰায়ে আৰু চৰাইদেৱত ব্ৰাহ্মণৰ সংখ্যা তাকৰ হোৱাৰ গতিকে, চুডাংফা ৰজাই ১৩২৫ শকত চৰগুৱাত নগৰ কৰিলে। চৰগুৱা দিহিঙৰ ওচৰত। ক্ৰমে আহোমৰ পৰাক্ৰম বৃদ্ধি হৈ কামৰূপলৈকে বিস্তাৰ হবলৈ ধৰিলে। চুহুম্মুং নামে এজনা ৰজাই দিহিং, চাৰিং, তিপাম আৰু তুংখুং নামে চাৰিখনি সৰু নগৰ কৰি তাত তেওঁৰ চাৰিজনা কোঁৱৰ পাতিলে। সেই কোঁৱৰসকলৰ সন্তান-সন্ততি সেই নগৰৰ নামেই পৰিচিত হল। ১৪৬১ শকত চুহুম্মুং ৰজাক তেওঁৰ

পুতেক চুক্লেনমুঙ্গে এটা লিগিবাৰ হতুৱাই প্ৰাণ বধিলে আৰু নিজে সিংহাসনত উঠিল। চৰগুৱা নগৰত এই জনা ৰজাই থাকিবলৈ ইচ্ছা নকৰিলে। সেই ঠাইৰ যি কাললৈ চায় সেইফালেই যেন তেওঁ তেওঁৰ তেজ দেখে এনে হল। তেওঁ সকলোৰে অপ্রিয় হল। আন এঠাইলৈ নগৰ নিবলৈ ইচ্ছা কৰি চুক্লেন্মুঙ্গে গড়গাৱঁকে নগৰৰ উপযুক্ত দেখি তালৈ নগৰ নিলে। ৰজাৰ নগৰৰ চাৰিওফালে গড় বান্ধি নগৰ কৰাত নগৰৰ নাম গড়গাওঁ হল। গড়গাওঁ নগৰৰ ক্ৰমে শ্ৰীবৃদ্ধি হবলৈ ধৰিলে। মীৰজুম্‌লা নবাবে যেতিয়া এই দেশ আক্ৰমণ কৰিবলৈ আহে, তেতিয়া ইয়াৰ পৰা জয়ধ্বজসিংহ ৰজা পলাই গৈছিল। অনেক বছৰৰ পিচত চাম-গুৰীয়া ফৈদৰ চুলিক্‌ফা লৰা ৰজা সিংহাসনত উঠে। এইজনা ৰজাৰ অত্যাচাৰৰ নিমিত্তে দেশৰ প্ৰধান লোকসকলে বিৰক্ত হৈ গদা কোঁৱৰক ১৬০৩ শকত ৰজা পাতিলে। এই সময়ত দেশত এক প্ৰকাৰ হুলস্থুল হোৱাত গদাধৰে বৰকলা নামে ঠাইত নগৰ কৰি তাতেই শিঙ্গৰীঘৰত উঠিল। বৰকলা বৰ অচল ঠাই। সেই কাৰণে এই জনা স্বৰ্গদেৱে মেটেকা নামে এঠাইত এখন বাহৰ কৰে।

১৬১৭ শকত গদাধৰসিংহ স্বৰ্গদেৱ স্বৰ্গী হোৱাত তেওঁৰ পুত্ৰ ৰুদ্ৰসিংহ সিংহাসনত উঠিল; আৰু বৰকলাৰ পৰা নগৰ সেই মেটেকালৈ নিলে আৰু সেই নগৰৰ নাম ৰংপুৰ থলে। কামৰূপৰ ৰজা ভগদত্তৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰ; তেওঁ জাৰকালি থাকিবলৈ ৰংপুৰ নামে এখন নগৰ কৰে; সেই নগৰ অদ্যাপিও প্ৰসিদ্ধ হৈ আছে। ৰুদ্ৰসিংহ স্বৰ্গদেৱেও সেই অনুসৰি মেটেকাত কৰা নগৰৰ নাম ৰংপুৰ থলে। এইজনা ৰজাই এই নগৰৰ নথৈ উন্নতি কৰে। এওঁৰ পিচতো শিৱসিংহ, প্ৰমত্তসিংহ আৰু ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে ইয়াৰ উন্নতি সাধে। ৰজেশ্বৰসিংহ স্বৰ্গদেৱৰ মৃত্যুৰ সময়ত ( অৰ্থাৎ ১৬৯১ শকত ) ৰংপুৰ নগৰৰ অৱস্থা এই ৰূপ আছিল।

ৰংপুৰ।—ৰংপুৰ নগৰ দাঘৈ বা দিঙ্গু নৈৰ ওপৰত। ই দীঘলে তিনি মাইলমান আৰু পথালিয়ে এমাইলমান্ আছিল। সৰু সৰু আলিও কিছুমান্ আছিল; শাৰীশাৰীকৈ বজাৰ বা দোকান নাছিল। ৰজাৰ নগৰলৈ যোৱা আলিৰ কাষৰত হে মছলমানৰ ঘৰ আছিল। সেই-সকলৰ কোনো কোনো তিৰোতাই বজাৰত ৰীহা, মেখেলা, কাপোৰ, কেৰু, মণি প্ৰভৃতি বস্তুৰ পোহাৰ দিছিল; শাক-পাচলি, চাউল, ধান, লোন, তেল, সৰিয়হ, লা প্ৰভৃতিৰ পোহাৰ নছিল। নগৰৰ সাধাৰণ লোক-সকলৰ দোখোটলীয়া বা তিনি খোটলীয়া এটা বা দুটা ঘৰ আছিল। প্ৰায় লোকৰ ঘৰৰ ওচৰত তামোল-পান, আম-কঠাল, শাক-পাচলিৰ বাৰী আছিল। সৰহ পৰিয়াল থকা চহকী মানুহৰ হে তিনটিৰ অধিক ঘৰ আছিল। নগৰবাসী লোকসকলৰ ঘৰবোৰ তেনে শ্ৰেণীবদ্ধ ৰূপে সজা নহয়। ৰজাৰ যিবিলাক বিষয়া নগৰত থাকে তেওঁলোকৰ ঘৰ ৰজাৰ নগৰৰ পৰা দূৰৈত। ৰাজধানী নগৰৰ উজনি ফালে ৰজাৰ নগৰ। ইয়াৰ চাৰিও ফালে ইটাৰ গড়। এই নগৰ দীঘলে এক মাইলৰ কিছু অধিক। এই নগৰ প্ৰবেশ কৰিবলৈ তিনিখন দুৱাৰ। দক্ষিণৰ খনক পালী দুৱাৰ, পশ্চিমৰ খনক নতুৱাৰ বোলে। উত্তৰৰ ফালে দুৱাৰ নাই। বা-ঘৰৰ পিচে দেখি সেই ঘৰক কাৰেং বোলে। ৰৰদুৱাৰ পাৰ হৈ গলেই মানুহৰ ঘৰ পায়। চিপাহী, টেকেলা, বৰা প্ৰভৃতি ৰজাৰ কৰ্ম্মচাৰী-সকল ইয়াত থাকে। ৰজাৰ ৰৰচৰাৰ মূৰতে এটা বাটচৰা। এই বাটচৰা সোমাই ৰৰচৰা পোৱা যায়; ইয়াৰ চাৰিও ফালে শুদা ঠাই, তাক খলা বোলে। এই খলাৰ কাণতে ফুকন, বৰুৱা প্ৰভৃতি যিসকল বিষয়া ৰাতি ঘৰত থাকে, সেইসকলৰ বহা বা পালিঘৰ। ৰৰচৰাত উঠাৰ পূৰ্ব্বে যিসকল বিষয়াই ভৰি ধোৱে সেইসকলৰ বহাও সেই ঠাইতে। এইবোৰ ঘৰক পানীচোৱা ঘৰ বোলে।

বৰচৰাৰ ভেঁটি বৰ ওখ। এই বৰটো কেইবা খোটলীয়া। ই দীঘলে টুপে সৈতে ১২০ হাত আৰু পথালিয়ে কাঠিয়ে সৈতে ৪০ হাত। বৰচৰাৰ পৰা কিছু দূৰৈত ৰজাৰ টোল বা গড়-ভিতৰ। ইয়াৰো চাৰিও ফালে প্ৰাচীৰ; ইয়ালৈ প্ৰবেশ কৰা দুৱাৰ তিনিখন; ১ম উঁৰিকা দুৱাৰ, ইয়াক পাৰ হৈ দোলাকাৰবীয়া চৰা পোৱা যায়। ইয়াত দোলাকাৰবীয়া আৰু সেইসকলৰ অধ্যক্ষ প্ৰহৰী স্বৰূপ থাকে। বৰদুৱাৰৰ অধ্যক্ষ কুকুৰাচোৱা বৰুৱা। এওঁৰ অধীনতে নিৰ্দ্দিষ্ট কৰ্ম্ম-চাৰীয়ে সময় নিৰূপক দৰা কোবায়। গড়-ভিতৰৰ উজনি আৰু নামনিত দুখন দুৱাৰ। ইয়াক চাওদাঙৰ দুৱাৰ বোলে। ৰজাৰ চাওদাং বা অস্ত্ৰ-ধাৰী, প্ৰহৰী বা ৰক্ষক ইয়াত থাকে। এই চাওদাং দুৱাৰৰ উজনিখনক কালুগঞা দুৱাৰ, লিগিৰা দুৱাৰ আৰু মাটিঘৰৰ দুৱাৰো বোলে। নামনি-খনক কমলাবাৰী বা গোসাঁইঘৰীয়া দুৱাৰ বোলে। উজনিখন দুৱাৰেদি ফুকন বৰুৱাৰ ঘৈণীসকলে গড়ৰ ভিতৰলৈ অহাযোৱা কৰে। এই দুৱাৰে গলেই কুঁৱৰীসকলৰ টোল পায়গৈ। নামনিখন চাওদাং দুৱাৰে গলে গোসাঁইঘৰ পায়। পৰ্ব্বতীয়া গোসাঁই প্ৰভৃতি ৰজাৰ গুৰু কেইজনা এই পোনে যায়। উঁৰিকা দুৱাৰেই গড়-ভিতৰৰ প্ৰধান পথ। চাওদাং দুৱাৰৰ সমুখতে চাওদাঙৰ চৰা; চাওদাংইতে এই দুৱাৰ ৰক্ষা কৰে, পৰীয়াবোৰে সময়ে সময়ে পৰ দিয়ে।—দুৱাৰৰ সমুখৰ চৰা এৰি গলেই বৰ বাটৰৰ পায়; তাৰ পৰা জখলামুখ। গোসাঁইঘৰ, কুঁৱৰীসকলৰ, চাংমাই শাল এইবোৰ চাংঘৰ নহয়। ৰজাৰ শোৱা, খোৱা, বহা, আমোদ-প্ৰমোদ কৰা, মৰং বা শোচাগাৰ এই সকলোবোৰ চাংঘৰ। কেৱল গোসাঁইঘৰলৈ জখলাৰে নামি আহি স্বৰ্গদেৱে মাটিঘৰত পূজা কৰে। ৰজাৰ চাঙত এটি ঘৰ আছে, তাক বৰঘৰ বোলে। এই ঘৰৰ টুপতে স্বৰ্গদেৱ বহে আৰু ইয়াতে ভিতৰুৱাল মেল হয়। ৰজাৰ বৰ ভঁৰাল

চাংঘৰ। বেজবৰুৱাৰ বেজ-ঘৰ বা ঔষধালয় চাংঘৰ ; এই ঘৰৰ বেজবৰুৱা অধিকাৰ। তেওঁৰ অধীনে বহুা বেজ থাকে ; এই বেজে বস্তুৰ ভাল বেয়া বাছি দৰৱ কৰে। ৰজাৰ লিগিৰা আৰু লিগিৰী, কুৱঁৰীসকলৰ লিগিৰী এই সকলোৱে ৰজাৰ টোলৰ ভিতৰত থাকে। চাংমাই, বেজ, গোসাঁইঘৰীয়া, জৰাঘৰা, মৰংচোৱা প্ৰভৃতি বিবোৰ লোকে টোলত ৰজাৰ কাৰ্য্য কৰে, সেইসকলে প্ৰায় টোলৰ বাহিৰেও বাস কৰে ঘৰত হলে অতি বিশ্বাসী লিগিৰাত বাজে আন পুৰুষ ৰাতি নেথাকে ; দিনতে পুৰুষে তালৈ সহজে যাব নোৱাৰে।

নগৰৰ প্ৰান্তভাগত ৰজাঘৰৰ কৰ্ম্ম কৰা কাঁড়ী পাইকৰ চালি ; সিহঁতে প্ৰতিদিনে ৰজাৰ ঘৰত যাব যি সেই বাবৰ কৰ্ম্ম কৰে। ৰজাৰ পাটঘৰলৈ সকলোৱে উঠিব নোৱাৰে। বিষয়াসকলেও উপযুক্ত ক্ষমতা পালে হে উঠিব পাৰে। ৰজাৰ কৰ্ম্মচাৰীসকলৰ ভিতৰত চাংমাই, জৰা-ধৰা, লিগিৰী প্ৰভৃতিৰ কাম আহোম জাতিৰ মানুহে মাথোন কৰিব পাৰে ; আন কাম হিন্দুমাত্ৰেই পায়। পিচলৈ যেতিয়াৰ পৰা ৰজাসকলে হিন্দু ধৰ্ম্মত ভালকৈ দীক্ষা ললে আৰু হিন্দু আচাৰ-ব্যৱহাৰ ললে, তেতিয়াৰ পৰা কায়স্থ, কলিতা প্ৰভৃতি জাতিৰ লোকেও সেইবিলাক কাৰ্য্যৰ বাব পোৱা হল।

ৰংঘৰ, তলাতলঘৰ নামে পকীঘৰবোৰো ৰজাৰ নগৰৰ ভিতৰতে ; ৰজাই তাত বাস নকৰিছিল, কেৱল সময়ে-সময়ে তালৈ গৈছিল। এই দুটা অতি উৎকৃষ্ট প্ৰকাৰৰ ঘৰ ; ৰজাৰ থোৱা, শোৱা বা ধেমালি কৰা প্ৰভৃতি সকলো কাৰ্য্যৰ নিমিত্তে এই ঘৰ প্ৰস্তুত। এই দুটা ঘৰৰ বাহিৰে নগৰত চাবৰ নিমিত্তে বেচি আশ্চৰ্য্য স্থান নাছিল, ৰজাৰ অতি লাগতিয়াল হাতী, ঘোঁৰা প্ৰভৃতি সেই ৰংপুৰ নগৰতে আছিল, আনবোৰ নগৰৰ বাহিৰে ৰখা হৈছিল। ৰংপুৰৰ উজনি আৰু নামনিত দুখন চকী

আছিল ; এই চকী পাৰ হলেই নগৰৰ সীমা পোৱা যায়। এই চকীতে নগৰলৈ প্ৰবেশ কৰিব পৰা লোক বছা হয়। ৰংপুৰ নগৰৰ প্ৰজাসংখ্যা দহ হেজাৰৰ কম নাছিল।

---

## বৰচৰা।

বৰচৰাত বিষয়াসকলে মৰ্য্যাদা অনুসৰি বহে ; সকলোৱে একে আসনত বা একেলগে বহিব নোৱাৰে। সাধাৰণ প্ৰথা মতে স্বৰ্গদেৱে সিংহাসনত বহে। যি কোঁঠাত স্বৰ্গদেৱৰ সিংহাসন, তাৰে পৰা দক্ষিণলৈ মাজত এখোটালী এৰি তাৰ ওচৰৰ কোঁঠাৰ চতিৰ তলতে দুই খুটাৰ মাজত পূব ফালৰ পৰা লানিকৈ বুঢ়াগোহাঁই, বৰপাত্ৰ গোহাঁই আৰু বৰগোহাঁই বহে। এওঁবিলাকে শুদা মাটিতে পিকচোবা পেলায়। বৰগোহাঁইৰ বাওঁ কালৰে পৰা শদিয়াখোৱা, শলাল আৰু মৰঙ্গীখোৱা গোহাঁই বহে। কিন্তু কেতিয়াবা ইয়াৰ অগা-পিচাও হয় ; মাজে মাজে গোটেইটো চতিৰে পূব খুটাৰে পৰা দক্ষিণলৈ ক্ৰমে তিনটা খুটাত তিনিজনা ডাঙ্গৰীয়া বহে। সেইটো চতিৰ পশ্চিমটোৰ খুটাৰে পৰা দক্ষিণলৈ বৰবৰুৱা, চৰুৱা বিষয়া আৰু ৰাজখোৱাসকল বহে। তিনিজনা দাঁতিয়লীয়া গোহাঁয়ে চৰাৰ দক্ষিণ টুপৰ যোৰাৰ চতিৰ পূবৰটো খুটা থাইলাতৰ খুটা আৰু ঘৰিয়ালধৰা খুটাত ক্ৰমান্বয়ে বহে। থিয় লানিয়ে যি জনা ডাঙ্গৰীয়া যিটো খুটাত বহে, স্বৰ্গদেৱৰ অনুপস্থিতিতো সেই জনা ডাঙ্গৰীয়াই সেইটো খুটাতে বহে। ডাঙ্গৰীয়া কেইজনে পথলীয়া দৰে বহিলে, সেইটো চতিৰ পশ্চিমে ফকামৰ খুটাৰ পৰা দক্ষিণলৈ শাৰীকৈ পীৰালিত বৰবৰুৱাকে মুখ্য কৰি চৰাৰ ফুকন, বৰুৱা আৰু ৰাজখোৱাসকল বহে। ইসকলৰ পিচত দেওধাই, বাইলুং, চেটীয়া-

পাত্র বৰুৱা আৰু ঘৰফলীয়া বৰুৱা বহে। এই দক্ষিণ ফালৰ চৰাৰ সভা বৰবৰুৱাই নেওগ ফুকনৰ হতুৱাই নিৰূপিত কৰায়। স্বৰ্গদেৱৰ সিংহাসন থকা খোটালীৰ উত্তৰ খোটালী উদং হৈ থাকে; কিন্তু স্বৰ্গদেৱৰ লাগতিয়াল লিগিৰা আৰু আন নিজৰ কৰ্ম্মচাৰীসকল তাত বহে। যেনে; তামুলী,—লিগিৰা বৰ তামুলী, পিকদান ধৰা, চোঁৱৰ লোৱা, পাচনি আৰু হাত-বিচনী লোৱা লিগিৰা, সেই উদং খোটালিৰ উত্তৰ কোঁঠাত চতিৰ তলতে বাট ৰাখি সেই বাটৰ পূৱ কোষৰে পৰা লানিকৈ পাচনিৰ পালি বহে। পাচনিসকলৰ এজন বা দুজনে বঙ্গা চুলি লগা দা:লৈ থাকে, এই খুটাৰ পূৱ ফালে দক্ষিণ ফলীয়া চমুৱা পাচনি বৰা বহে। এই বাটৰে পশ্চিম কোষৰে পৰা তৰোৱাল লৈ লিগিৰাহঁতৰ পালি বহে, সেই পিনে পশ্চিম ফালে লানি হৈ চমুৱা ফুকন আৰু বৰুৱা প্ৰভৃতি বিষয়াসকল বহে। তামুলী লিগিৰাহঁত বহা চতিৰ পশ্চিমটোৰ ফকামৰ খুটাৰে পৰা উত্তৰলৈ লানি হৈ, বৰবৰুৱাৰ আগত খেৰ বিচনী লোৱা চমুৱা ফুকনসকল বহে, এওঁলোকৰ লানিতে পিচ ফালে তিনিজনা বৰভাণ্ডাৰ বৰুৱা বহে। এইসকলৰ পোনেই উজনি ফালে ফকামৰ কোঁঠাত মেল খোৱা গোঁহাইদেৱ কেইজন বহে। এওঁলোককে মাজত লৈ দুয়ো কাষে চমুৱা পাচনিহঁত এই কোঁঠাতে বহে। এই উত্তৰ খোটালীৰ উত্তৰত থকা খোটালীত স্বৰ্গদেৱৰ দোলা থোৱা হয়। পূৱ ফালে গন্ধীয়া আৰু মলীয়া ভঁড়ালী পেৰা-ভাৰী থাকি নিজ কৰ্ম্ম কৰে। কুকুৰাচোৱা বৰুৱা আৰু পাচনি বৰাইএই ফালৰ সভা নিৰূপণ কৰে। খলা সভাৰ নিৰূপণ কাৰ্য্য ঢেঁকিয়াল ফুকন বা বৰুৱা, দোলাকাষৰীয়া বৰুৱা আৰু চাওদাং বৰুৱাৰ গাত; কিন্তু ঢেঁকিয়াল ফুকন বা বৰুৱাই হে চৰাত বহিব পাৰে; দোলাকাষৰীয়া বৰুৱা আৰু চাওদাঙৰ বৰুৱাই

খলাত হে বহে। স্বৰ্গদেৱ বহা খোটালীৰ পূব ফালৰ ফকামৰ কোঁঠাত তামুলী-দা লৈ তামুলী আৰু বৰ তামুলীহঁত বহে। এই কোঁঠাৰ দক্ষিণত থকা কোঁঠাত হেংডান-ধৰা আৰু দক্ষিণ ফালে সভা-পণ্ডিত বহে। ইয়াৰ দক্ষিণ ফকামৰ কোঁঠাত কটকীহঁত আৰু তাৰো দক্ষিণ ফকামৰ কোঁঠাত কাকতীহঁত বহে। দক্ষিণ টুপৰ উজনি কালে খাউন্দসকল আৰু ভাটীফালে তিনিজনা ডাঙৰীয়াৰ হাতীমূৰীয়া-হঁত বহে।

ৰৰচৰাত সদাই ৰৰৰুৱা আৰু কেইজনমান ফুকন বহিব পাৰে। স্বৰ্গদেৱ আন নগৰ বা বাহিৰলৈ গলে, নগৰ উদং হলেও ৰৰচৰা উদং নাথাকে; সেই নগৰলৈ ৰজাদেৱ নাহে মানে ন্যায়সোধা ফুকনে ৰৰৰুৱাৰ ক্ষমতা চলায়, গতিকে, নিতে ৰৰচৰাত বহাৰ ক্ৰম লিখা যায়। বৰপাত্ৰ ডাঙৰীয়া বহা খুটাত সদাই ৰৰৰুৱা বহে, কিন্তু প্ৰতি দিনেই দুপৰ মাৰিলেই এওঁ চৰাত গৈ বহে. দুপৰ চাৰি দণ্ড মাৰিলে পানীছোৱালৈ গৈ অলপ পৰ জিৰায়, তিনি পৰ মাৰিলে আকৌ চৰাত বহে, সন্ধিয়া চাৰি দণ্ড মাৰিলে উঠি যায়। মেলৰ নেওগ, ৰৰা প্ৰভৃতিয়ে ৰৰৰুৱা বহাৰ পোনেই খলাত হুশাড়ী হৈ আঠু লৈ বহি কথা যোগায়। ৰৰৰুৱাই নিতৌ পানীচোৱাত থাকি ৰাতি চাৰি দণ্ডীয়াত ৰাজঘৰলৈ গৈ থাই বৈ দুপৰীয়া ৰৰচৰালৈ আহে। চৰুৱা ফুকন বৰুৱা কেইজানই থকুৰা দিয়া হাল চৰাৰে চাৰিও ফালে থাকি চৰাত পৰ দিয়ে। ৰাজখোৱাসকলৰো এই ক্ৰম; নগৰৰ ভিতৰৰ পালিঘৰত শোৱাচাং বা পীৰা কোনেও লব নেপায়, মাটিৰ ভেটী কৰি লয়, কোনোৱে তাত কাঠৰ চলিয়া পাত লয়; আঠুৱা আৰু থৰম পয়জাৰো লব নেপায়; বুলনী চৰাহে লয়; ধাতুৰ পিক পেলোৱা চৰীয়া লব নেপায়; কাঠৰ হে লয়; বেৰা কাঁহি আৰু মাইহাং ইয়াত ব্যৱহাৰ

কৰিব নেপায়, কাঁহৰ বাণ বা কাঁহি ইয়াত ব্যৱহাৰ কৰে। উঁৰিকা দুৱাৰৰ বাজ বিচাৰকৰ্ত্তা বৰবৰুৱা গুণে তেওঁৰ নিতৌ পৰ। চৰাত বৰবৰুৱা যিটো খুটাত বহে সেইটোৰ দক্ষিণ ফালে নাওবৈছা ফুকন বহে। এইটো খুটাৰ উত্তৰ ফালে ডেকাফুকন, দক্ষিণ ফালে দিহিঙ্গীয়া ফুকন বহে। ইয়াৰ উত্তৰটো খুটাত ভিতৰুৱাল ফুকন বহে, ন ফুকন বহা-টোৰ দক্ষিণটো খুটাত নেওগ ফুকন বহে, কিন্তু বৰ খুটাতকৈ ভিতৰ ফাললৈ আগ বাঢ়ি সোমাই বৰবৰুৱা আদি কোনেও বহিব নেপায়; এই বৰ খুটাকে সীমা কৰি ফকামৰ কোঁঠাত পথলীয়াকৈ মেলা কঠত হে বহে; আৰু দক্ষিণ টুপৰ পূব ফলে টুপৰ যোৰাৰ খুটাৰ দক্ষিণ পূব কোণতে চাংকুং ফুকন বহে; তেওঁৰ দক্ষিণলৈ ন্যায়সোধা ফুকন বহে। এই টুপৰ যোৰাৰ খুটা আৰু তাৰে ফকামৰ খুটা এই দুয়োৰো মাজতে থিয়কৈ এটীয়া কঠ মেলি ফকামৰ খুটাত বহা আৰু নিবুকিয়াল বাজখোৱা বহে। গুৱাহাটীৰ ফুকন বাজখোৱাসকল আহিলে চৰাৰ দক্ষিণ টুপৰ ঘৰিয়ালধৰা খুটাৰ দক্ষিণ টুপতে থিয়কৈ কঠ একোটা পাৰি দিয়ে, তাত বাজখোৱাসকল বহে; পানী ফুকন আদি ফুকনসকলে মৰ্য্যাদাৰ-আগ পিচ ক্ৰমে উজনীয়া ফুকনসকলৰ মাজে মাজে বহে। দৰঙ্গী ৰজা আৰু ৰাণী ৰজা আহিলে দাঁতিয়লীয়া গোহাঁই তিনিজনা বহা দক্ষিণ টুপৰ যোৰাৰ চতিৰ পূবৰটো খুটাত বহে; আৰু বৰবৰুৱাৰ সন্মুখৰ উত্তৰ ফালৰ খুটাৰ দক্ষিণে ভিতৰ সোমাই ফকামৰ কোঁঠাত বহি ডাঙ্গৰীয়াসকলৰ আৰু চাৰি সত্ৰীয়াৰ খাটনিয়াৰ আৰু সভাপণ্ডিত এজন দুজনে বহি কথা-বাৰ্ত্তা জনায়। এইসকলৰ পূব ফালে সেই কোঁঠাতে ৰবাহঁতে থলাৰ পৰা আগ কৰা কথাকে মুখেদি বুজাবৰ অৰ্থে বৰকটকী এজন বহে। এইটো খুটাৰ ওচৰকৈ পীড়ালিত মোটোকোৱা চালতে বৰকাকতী আৰু পশ্চিম ফালে ভিতৰুৱাল ফুকন বহাৰে পৰা দক্ষিণলৈ

ফকামৰ কোঁঠাৰ মাজে মাজে কটকী, দলৈ আৰু আন কাকতীসকল বহে।

## প্ৰজা।

বিষয়া, পুৰোহিত, ওখ জাতৰ মানুহ আৰু তেওঁলোকৰ বেটী-বন্দী-বোৰত বাজে যোল বছৰৰ পৰা পঞ্চাশ বছৰীয়া সকলো মানুহ প্ৰজাৰ ওপৰত ৰজাঘৰৰ হাত আছিল; আৰু লাগিলে ৰাজৰবীয়া কাম সাধিবলৈ বাধ্য আছিল। এনে প্ৰজাক পাইক বোলা হয়। প্ৰত্যেক পাইকে এপোৱা হয়, আৰু চাৰিটা পাইকে একগোট হয়; কিন্তু ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত তিনি পাইকেও একগোট হোৱাৰ নিয়ম আছিল। প্ৰত্যেক গোটৰ এটা পাইকে ৰজাৰ নিয়োগৰ যেই সেই কাম কৰিবলৈ বাধ্য আছিল; আৰু অনুপস্থিত বাকী কেইটাই খেতি-বাতি চলাইছিল আৰু ৰাজৰবীয়া পাইকটোৰ আহাৰৰ যোগান ধৰিছিল। শান্তিৰ দিনত ৰাজহুৱা কামত পাইকক নিযুক্ত কৰাৰ প্ৰথা আছিল, আৰু সেই দৰে ৰজাই অতি কম খৰচতে আলি পুখুৰী প্ৰভৃতি কৰাব পাৰিছিল। ৰণৰ সময়ত এক গোটৰ দুজন পাইক, কেতিয়াবা সমস্যা বুজি তিনিজনেও ৰজাৰ কামত যাব লাগিছিল। পাইকবোৰক খেলে খেলে ভাগ কৰা হৈছিল। কুৰিজন পাইকৰ ওপৰত এজন বৰা, এশজনৰ ওপৰত এজন শইকীয়া, ১০০০ জনৰ ওপৰত এজন হাজৰিকা, তিনি হাজাৰ জনৰ ওপৰত এজন ৰাজখোৱা, আৰু ৬০০০ জনৰ ওপৰত এজন ফুকন। পাইকবোৰ একে মত হলে সিহঁতৰ ওপৰৱা বৰা, শইকীয়া আৰু কেতিয়াবা হাজৰিকাসকলকো ভাঙ্গিব বা পাতিব পাৰে। সেই কালৰ বিষয়াসকলে মাহিলি নিৰ্দ্দিষ্ট দৰমহা নেপাইছিল, নিজৰ প্ৰতিপালনৰ নিমিত্তে ৰজাৰ ঘৰৰ পৰা কেতবোৰ পাইক বা মানুহ পাইছিল।

আহোম ৰজাসকলে হিন্দু ধৰ্ম্ম সাবটিবৰে পৰা ভালেমান পাইকক নিজ নিজ খেলৰ পৰা আঁতৰাই দেৱালয় বা মন্দিৰবোৰত নিযুক্ত কৰিবলৈ ধৰিলে। সিহঁতক দেৱলীয়া পাইক বোলে। সিহঁতে ভালেমান দায় বা কৰৰ পৰা মুক্ত হৈছিল। যেনে ঃ—

কৰ।—মাটি খোৱা বাবে ৰজাক দিবলগীয়া বস্তু বা ধন।

কাটন।—পাইকে মাটি খোৱা বাবে ৰজাঘৰত খাটিব লাগিছিল ; নোৱাৰিলে খাটনিৰ সলনি দিয়া ধন।

পঞ্চক।—বৰঙ্গণি বা পচাঁ।

বেঠ।—ৰজাঘৰীয়া হাতী, মহ আদি জন্তুবোৰ ধৰা বাব।

বেগাৰ।—ৰজাৰ প্ৰয়োজন মতে বন কৰি দিয়া বাব।

জলকৰ।—নৈ, বিলাদিৰ মাছ ধৰা কৰ।

ঘৰক্ষাৰ।—হিলৈ খাৰ তৈয়াৰ কৰাবৰ নিমিত্তে ঘৰেপতি ঘৰখাৰ দিব লগা বাব।

চোৰ। - সৰুসুৰা চুৰিৰ শাস্তি।

ছিনলা।—ব্যভিচাৰ দোষৰ শাস্তি।

ধুমাছ।—নিৰ্ব্বংশ মানুহৰ সম্পত্তি ৰজাই পোৱা বাব।

ঘামেশা।—ছোৱালী বিয়া দিলে ৰজাৰ প্ৰাপ্য ফেৰি।

দান।—বেচিবলৈ অনা বস্তুৰ বাবে ৰজাক দিয়া কৰ ; পাৰ হোৱা কৰ।

খুত।—মাটিত বাজে আন বস্তুৰ ওপৰত লগোৱা ৰাজহ।

দণ্ড।—জগৰৰ নিমিত্তে দিয়া পীড়ন।

বন্ধ।—জগৰৰ নিমিত্তে বন্ধা।

হাট।—নিৰূপিত সময়ত বা দিনত অনেক মানুহে গোট খাই কিনাবেচা কৰা ঠাই ; তাৰ কৰ।

চকী।—ৰজাৰ নগৰৰ বা গড়ৰ পৰা দিয়া ঠাই ; তাৰ কৰ।

ফাট।—নাৱেৰে বা বামে বেহা কৰা বেপাৰী একত্র হোৱা আৰু ৰাজহ দিয়া ঠাই ; তাৰ কৰ। দেৱলীয়া পাইকে উক্ত দাইবোৰ নিদিও পাৰিছিল।

প্ৰত্যেক পাইকে নিজৰ পাৰ লগা বানচৰ সলনি বা কামৰ বেচ স্বৰূপ দুপুৰা ৰূপিত মাটি পাইছিল ; যদি সি কোনো কাম কৰি দিব নেলাগে, তেন্তে সেই মাটিৰ কৰ স্বৰূপ ২৲ দুটকা দিয়ে। নিজৰ ঘৰ আৰু বাৰীৰ নিমিত্তেও প্ৰত্যেক পাইকক মাটি দিয়া হয়, তাৰ বাবে এটকা চিকাৰূপ দিয়ে। আন কোনোৱে মাটি চিকুনালে পুৰাইপতি ১৲ টকাকৈ দিব লাগে ; কিন্তু নকৈ পীয়ল হলে যেতিয়া পাইকক মাটি বাঁটি দিয়া হয়, আৰু সেই মাটি ডোথৰ কাৰোবাৰ অংশত পৰে, তেন্তে পূৰ্ব্বে চিকুনাওঁতা জনে ওলোটাই দিব লাগে।

আহোম ৰজাৰ দিনত অসম দেশৰ প্ৰজা দুই ভাগে বিভক্ত আছিল, যেনে (১) কাঁড়ী আৰু (২) চমুৱা। আহোম ৰজাসকলৰ শাসনৰ নিয়ম অনুসাৰে, কাঁড়ী খেল অতি তলৰ তৰপৰ বা সাধাৰণ প্ৰজা। মহামতি অমাত্যবৰ বিজ্ঞ পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই কৈছিল বোলে, "কাঁড়ী বুলিলেই কঠিয়াতলী"। কাঁড়ী পাইকে যোগ্যতা প্ৰদৰ্শন কৰিলে চমুৱা শ্ৰেণীলৈ উন্নত হয়, আৰু চমুৱাৰ পৰা বিষয়া বাব বা পদ পায়। কাঁড়ী পাইক ৰজা আৰু ৰাইজৰ তলতীয়া, ৰাজ্যৰ সকলো যাৱ-দীয় কাৰ্য্য কাঁড়ী পাইকে নিৰ্ব্বাহ কৰে, আন কি টনাটনিৰ সময়ত বা ৰণৰ কালত ৰণলৈকো যাব লাগে। কিন্তু চমুৱা পাইকে কেইটামান নিৰ্দ্দিষ্ট কাৰ্য্য কৰে, ৰণৰ সময়ত চিপাহী নাটনি পৰিলে অস্ত্ৰ-শস্ত্ৰ লৈ ৰণলৈ নেযায়। কোনো এক সময়ত এই দেশৰ সকলো প্ৰজাই সকলো ৰাজকীয় কাৰ্য্য সম্পাদন কৰিছিল ; অধিকন্তু শিক্ষিত সেনাৰ সংখ্যাও

তেতিয়া নিচেই তাকৰ আছিল; দেশৰ সকলো প্ৰজাই অস্ত্ৰ লৈ বিদেশীৰে সৈতে ৰণ কৰিবলৈ গৈছিল। এই নিয়ম সুবিধাজনক নোহোৱাত, বিশেষ বিশেষ কাৰ্য্য নিৰ্ব্বাহৰ নিমিত্তে চমুৱা শ্ৰেণীৰ সৃষ্টি হল, আৰু সেইসকলৰ কাৰ্য্যৰ প্ৰতি দৃষ্টি ৰাখিবলৈ কেতবিলাক বিষয়া নিযুক্ত কৰা হল। এই দৰে বিষয়াৰ তলতীয়া চমুৱা মানুহবিলাকে কেৱল মাথোন নিৰ্দ্দিষ্ট কাৰ্য্য কৰিবলৈ ধৰিলে। চমুৱা খেলৰ ভিতৰতে কাঁড়ী বা অতি তলৰ থাপৰ প্ৰজা আছিল। পূৰ্ব্বে ধেনু-কাঁড় যুদ্ধৰ ঘাই অস্ত্ৰ আছিল; কাঁড়ীবিলাকে তাকে লৈ ৰণ কৰাৰ নিমিত্তে কাঁড়ী নামে অভিহিত হৈছিল। কাঁড়ী পাইক চমুৱা হলে, যেই সেই কাম কৰা মানুহৰ শ্ৰেণীৰ অন্তৰ্গত নহয়, কাৰণ কাঁড়ীয়ে সকলো কামকে কৰিবলৈ বাধ্য। ৰজাৰ ইচ্ছা হলে নিৰ্দ্দিষ্ট কাম কৰা শ্ৰেণীলৈ নিনিয়াকৈও কাঁড়ী পাইকক চমুৱা কৰা হৈছিল; আৰু সেই দৰে কৰাৰো বিস্তৰ পটন্তৰ পোৱা যায়। চমুৱাসকলৰ কেইবাটাও খেল বা বিভাগ। নিজৰ কাৰ্য্য বা ব্যৱসায় অনুসাৰে খেলৰ নাম হয়; যেনে:—সোণাৰীৰ খেল, বামনৰ খেল, ধেনুচোছা খেল ইত্যাদি। অনেক চমুৱা খেল একেলগ হৈ যি জন বিষয়াৰ অধীন সেইবোৰ খেলকে সেই বিষয়াৰ মেলৰ লোক বোলে; যেনে:—ঢেঁকিয়াল ফুকনৰ মেলৰ সোনাধাৰ খেল। বিশেষ বিশেষ কেতবিলাক খেল একত্ৰ হৈ কোনো ঠাইত থাকিলেও কেতিয়াবা সেই-সকলকে এখন এখন খেল বোলে। যেনে:—বৰফুকনৰ মেলৰ খাগৰী-জানৰ খেল। কোনো খেলৰ মানুহ একেলগে নাথাকি সিইঁত সিচঁৰতি হৈয়ো থাকিব পাৰে, তাৰ দ্বাৰা সেই খেলৰ স্বত্বৰ একো হতাহতি বা বিঘিনি নজন্মে; সেই খেলে নিৰ্দ্দিষ্ট মতে কাম কৰি থাকিলেই হয়। যি মানুহে নিজৰ খেলৰ নিৰ্দ্দিষ্ট কাৰ্য্য নকৰে তাক ভগনীয়া বোলে। তাৰ হতুৱাই বলেৰে নিৰ্দ্দিষ্ট কাম কৰোৱাৰ ক্ষমতা তাৰ খেলৰ বিষয়াৰ হাতত

আছে। ব্ৰাহ্মণসকলৰ মাজত থকা কাঁড়ী পাইকে কোনো হেয় কাম নকৰে।

কাঁড়ী আৰু চমুৱা নিৰ্দ্দিষ্ট কৰা পীয়লৰ কাকত থাকে। কোনো লোকক কাঁড়ীৰ শ্ৰেণীৰ পৰা চমুৱাৰ শ্ৰেণীলৈ তুলিলে তাৰ নাম কাঁড়ীৰ কাকতৰ পৰা কটোৱা হয়। যদি সেই নিয়ম অনুসৰি নাম কটোৱা নহয়, তেন্তে সি ভাল বিষয় পালেও কাঁড়ী হৈয়ে থাকে। কাঁড়ী গোপন কৰা এটা বৰ গুৰু অপৰাধ। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত বকতিয়ালৰ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই এদিন কাঁড়ীৰ হিচাপ লোৱাত এদল কাঁড়ীৰ মাজত এপোৱা পাইক পোৱা নগল। সেই পাইকটো কলৈ গল এই বিষয়ে বৰবৰুৱা বিষয়াই অনুসন্ধান কৰিবলৈ ধৰিলে। কিন্তু নোপোৱাত বিষয়াৰ ওপৰত বৰবৰুৱাৰ কোপ হোৱাত, বৰবৰুৱাই বিষয়াক দণ্ড বিহিবলৈ মনস্থ কৰিলে; কিন্তু বৰবৰুৱা নিজেই যে সেই হেৰোৱা পাইকটো তাক কোনেও কব নোৱাৰে। পিচত এজন বৰাই এই কথা তলকি মৰণত শৰণ দি নতজানু হৈ বৰবৰুৱাত জনালে, "দেৱতা ঈশ্বৰে ছাঁ হে লেখিছে, গা লেখিলেই হেৰোৱা পাইক ওলাব।" সুবুদ্ধি বৰবৰুৱাৰ আৰু বুজিবলৈ বাকী নেথাকিল যে তেৱেঁই সেই হেৰোৱা পাইক। তাৰ পিচত যথাৰীতি স্বৰ্গদেৱৰ অনুমতিৰে সৈতে বৰবৰুৱা কাঁড়ী কাকতৰ পৰা ওলাল; আৰু চমুৱা শ্ৰেণীত ভুক্ত হল। সেই কালত অসম দেশৰ প্ৰজা প্ৰায় ২৫০০০০০ পঁচিশ লাখমান আছিল।

পাইকক বিনা কৰে বাৰী আৰু ৰুৰী মাটি দিয়া হৈছিল। ৰজাই পাইকৰ পৰা সেই মাটি কাঢ়ি নিব নোৱাৰে; আৰু পাইকে তাক পুত্ৰানক্ৰমে ভোগ কৰিবলৈ পায়। ৰজায়ো সেই মাটিৰ ওপৰত একো দাবী নকৰিছিল। এখন এখন গাৱঁত একে খেলৰ প্ৰজাই সবহ। আহোম ৰাজত্বৰ অৱসান কালত আৰু মানইঁতৰ আক্ৰমনৰ সময়ত মানুহবোৰে

দিহিঙ্গে-দিপাঙ্গে পলাবলৈ ধৰিলে। তেতিয়া থেনো গাৰ্ত বেলেগ বেলেগ ব্যবসায়ৰ কুৰি থেলৰ মানুহও পোৱা গৈছিল। প্ৰথমতে পাইক-বোৰে নিজে ভাগ কৰা মাটিৰ কৰ স্বৰূপে ৰজাঘৰত খাটি দিয়া নিয়ম আছিল; কিন্তু ৰাজ্যত টকাৰ প্ৰচলন অধিক হোৱাত পাইকে টকাৰে কৰ শোধাবলৈ ধৰিলে।

---

# বেটী-বন্দী।

আহোম ৰজাৰ দিনত প্ৰত্যেক বিষয়া ডাঙ্গৰীয়া আৰু ওখ থাপৰ মানুহৰ ঘৰত বেটী-বন্দী আছিল। এই বেটী-বন্দীবোৰ যুদ্ধত বন্দী হোৱা মানুহৰ পৰা ৰখা হৈছিল, কিম্বা পৰ্ব্বতীয়া বা দাঁতিয়লীয়া মানুহৰ পৰা কিনি লোৱা হৈছিল। ইহঁতৰ ওপৰত গৰাকীজনৰ সম্পূৰ্ণ স্বত্ব; ইহঁতে ৰজাৰ কামত যোগ নিদিলেও পাৰিছিল। ইহঁতক বিষয়াই নিজৰ ইচ্ছামতে দান, বিক্ৰয় আৰু হস্তান্তৰ কৰিব পাৰিছিল; ইহঁতক গোলামো বোলা হৈছিল। সচৰাচৰ ইহঁতৰ বেচ ভাল কুলৰ মুনিহে-পতি কুৰি টকাৰ পৰা বেয়া কুলীয়া তিৰোতাইপতি তিন টকালৈকে আছিল। ডাঙ্গৰীয়া আৰু আন বিষয়াৰ গোলামবোৰে ৰণলৈকো যাব নালাগিছিল; আৰু সিহঁতৰ ওপৰত ৰজাঘৰৰ একো হাত নাছিল। সেই কাৰণে গোলামবোৰ সাধাৰণ পাইকবোৰতকৈ ভাগ্যবান; আৰু তেতিয়াৰ নীচ তৰপৰ প্ৰজাবোৰে কাঁড়ী বা পাইকৰ শ্ৰেণীত ভুক্ত নহৈ বন্দী সোমাবলৈ বৰ ভাল পাইছিল; গতিকে অনেক প্ৰজাই ইচ্ছাক্ৰমে গোলাম সোমাইছিল। গোলামবোৰে গৰাকীৰ সকলো নীচ কাম আৰু পথাৰৰ বন কৰিব লাগে। এই গোলামবোৰৰ অনেকেই পূৰ্ব্বে স্বাধীন মানুহ আছিল। কিন্তু ধাৰ শোধাব নোৱাৰি পিচত বেটী বা বন্দী হৈ

পৰাধীন হৈছিল। প্ৰকাশ্যৰূপে ইইঁতৰ কিনা-বেচা হৈছিল। ইইঁতৰ সংখ্যাও অতি অধিক আছিল। অসম দেশ ইংৰাজৰ তলতীয়া হোৱাত সকলো বেটী-বন্দীক মোকোলাই দিয়া হল। মিষ্টাৰ ডেভিদ্ স্কট চাহাবে অকল কামৰূপতেই ১২০০০ গোলামক খালাচ দিয়ে। গোলাম খালাচৰ পূৰ্ব্বলৈকে অসমৰ ওপৰ শ্ৰেণীৰ মানুহৰ অৱস্থা কৰলৈ গলে ভালেই আছিল; কিন্তু তাৰ পিচৰ পৰা সেই তৰপৰ মানুহৰ অৱস্থা অৱনতি হৰলৈ ধৰিলে আৰু ক্ৰমান্বয়ে সেই শ্ৰেণী মানুহৰ পৰালি পৰিল। পাইকৰ পুতেক নিয়মমতে গোলাম সোমাব নোৱাৰিছিল; নিজৰ নাটনি বা আন কোনো আপদৰ সময়ত পাইকে লৰাক বন্দীকৈ বেচিব পাৰিছিল। কোনোৱা বেটীৰ গৰ্ভজাত পাইকৰ সন্তানো গোলাম বুলি বিবেচিত হৈছিল। যদি কোনো পাইকৰ পৰা হোৱা গোলামে পূৰ্ব্বপুৰুষ পাইক আছিল বুলি সপ্ৰমাণ কৰিব পাৰে, তেন্তে তাৰ পৰা সি মুকলি হৈছিল; কিন্তু সেই পূৰ্ব্বপুৰুষ আৰু গোলামৰ মাজৰ কোনোৱা পুৰুষৰ বেটীৰে সৈতে বৈবাহিক সম্বন্ধ থাকিলে সি খালাচ নাপাইছিল।

---

# পৰ্ব্বতীয়া আৰু আন জাতিৰে সৈতে সম্পৰ্ক।

পূৰ্ব্বে এনে কি বুটিছৰ আমোলতো পৰ্ব্বতীয়া জাতিবোৰে ছেগ পালেই ওচৰত থকা অসমীয়া গাওঁ-ভূঁই লুটি মানুহ মাৰি থাস্তাং কৰিছিল। সিইঁতৰ উপদ্ৰৱৰ পৰা প্ৰজাক নিস্কৃতি দিবৰ অৰ্থে ৰজাসকলে বেলেগ বেলেগ ঠাইত ৰাজপ্ৰতিনিধি থৈছিল। শদিয়াত বুঢ়াগোহাঁই ফৈদৰ এজনে শাসন কৰে, আৰু তেওঁক শদিয়া-খোৱা-গোহাঁই বোলে

শদিয়া অঞ্চলৰ প্ৰতিবাসী মিছিমি প্ৰভৃতি পৰ্ব্বতীয়া আৰু দাঁতি-কাষৰীয়া জাতিবিলাকেৰে সৈতে এওঁৰ সম্পৰ্ক ; সিহঁতে উপদ্ৰৱৰ সূচনা পেলালেই এওঁ সতৰ্ক হৈ নিবাৰণৰ উপায় চিন্তে। মৰঙ্গীত বুঢ়াগোহাঁইৰ ফৈদৰ বিষয়া এজনক শাসন কৰিবলৈ থোৱা হয়। নগা, কছাৰি, মিকিৰ প্ৰভৃতি পৰ্ব্বতীয়া জাতিৰে সৈতে মৰঙ্গী-খোৱা-গোহাঁইৰ সম্পৰ্ক ; আৰু সিহঁতৰ উপদ্ৰৱৰ পৰা শলাল গোহাঁইৰ ৰাজ্যৰ সীমালৈকে গোটেইখিনি ঠাইক এওঁ ধনশিৰী নৈৰ পশ্চিমৰ পৰা ৰক্ষা কৰে। কলিয়াবৰত বৰ-গোহাঁইৰ ফৈদৰ এজন বিষয়াই শাসন কৰে, এওঁক শলাল গোহাঁই বোলা হয়। মৰঙ্গী খোৱা গোহাঁইৰ ৰাজ্যৰ সীমাৰে পৰা বৰফুকনৰ ৰাজ্যৰ সীমালৈকে সকলো ঠাই শলাল গোহাঁইৰ শাসনাধীন। মিৰি, ডফলা, মিকিৰ আৰু কছাৰি জাতিৰে এওঁৰ সম্পৰ্ক। শলাল-গোহাঁইৰ তলত প্ৰত্যেকৰে ১০০০ এহেজাৰ মানুহ থাকে। জয়ন্তীয়া ৰাজ্যত গোভা, নেলি, মায়ং প্ৰভৃতিৰ ৰজাসকলৰ কাৰ্য্যৰ আলেখলেখ চাবলৈ কলং নৈৰ দক্ষিণ মুখত (অৰ্থাৎ কাজলীমুখত) আৰু জাগীত কাজলীমুখীয়া আৰু জাগীয়লীয়া গোহাঁই নামে বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁইৰ ফৈদৰ তিনিজনা শাসনকৰ্ত্তা থাকে। এওঁলোকে ওপৰত কোৱা দাঁতি-কাষৰীয়া জাতিৰ পৰা দেশ ৰক্ষা কৰে ; এওঁলোকত বাজেও পৰ্ব্বতীয়া, কৰতলীয়া আৰু মিত্ৰ ৰাজ্যবোৰৰ লগত কাৰবাৰ কৰিবলৈ বহাত বহিয়াল বৰুৱা, মিকিৰহাটত মিকিৰ বৰুৱা, চাটগৰত চাটগৰীয়া বৰুৱা প্ৰভৃতি বিষয়া থাকে। এওঁলোকে পৰ্ব্বতনিবাসী আৰু আন বিদেশৰ পৰা অহা লোকসকলে এই দেশ সোমোৱা দুৱাৰ বা বাটত থাকি সেই অভ্যাগতসকলৰ কাৰ্য্যৰ প্ৰতি দৃষ্টি ৰাখে, যাতে কোনো উপদ্ৰৱ বা অন্যায় আচৰণ নহয় তাৰ অৰ্থে পুৰুষাৰ্থ কৰে, আৰু সেই বিদেশী-সকলেৰে আমাৰ মানুহৰ বেহা-বেপাৰৰ প্ৰতি দৃষ্টি ৰাখে, আৰু বেপাৰৰ

বস্তবোৰৰ কেতবোৰৰ মাচুল আদায় কৰি ৰজাঘৰলৈ পঠিয়ায়। ৰাজ্যৰ দুৱাৰত থকাৰ কাৰণে এওঁলোকক দুৱৰীয়া বৰুৱাও বোলা হয়।

গুৱালপাড়াত হাদিৰাচকী বা বঙ্গালহাট নামে ঠাইত বঙ্গাল দেশৰ পৰা অহা বাট পৰে। ইয়াত এজন বিষয়া থাকে, তেওঁৰ অধীনত ভালে-মান চিপাহী থাকে। বঙ্গ আৰু অসম দেশৰ মাজত হোৱা বেপাৰ বাণিজ্য এই জনা বিষয়াৰ অধীনত। তেওঁ মাচুল তুলি ৰজাঘৰলৈ শোধায়। এওঁৰ ক্ষমতা অতি অধিক; কাৰণ আন দুৱৰীয়া বৰুৱাতকৈ এওঁ বেছি নিলগত। দুৱৰীয়া বা দুৱৰীয়া বৰুৱা বুলিলে ঘাইকৈ এওঁক হে বুজায়; এওঁক হাট-খোৱাও বোলা হয়। এইজনা দুৱৰীয়াৰ জৰিয়তে বঙ্গ আৰু অসম দেশৰ সকলো কথাবাৰ্ত্তা চলিছিল।

---

# কটকী তোলা।

আন ৰজাসকলৰ লগত কাৰবাৰ কৰিব লগীয়া হলে কটকী[illegible] তাৰ মীমাংসা কৰে, আৰু উভয় পক্ষৰ ৰজাৰে সৈতে চিঠি-পত্ৰ অনা-নিয়া কৰে। এই কটকীসকলক আমি ৰাজদূতো বুলিব পাৰোঁ। এওঁলোক বৰ শিক্ষিত আৰু দক্ষ বিষয়া; আৰু তেনে হোৱাও যুগুত। কাৰণ, আন দেশৰ লগত কাৰবাৰ কৰিব লগা হলে শিক্ষিত মানুহৰ একান্ত প্ৰয়োজন আৰু কেতিয়াবা কটকীসকলৰ ভুল বুজনি বা কাৰ্য্যত গোটেই জগতৰ লগত যুদ্ধ-বিগ্ৰহাদিও ঘটিব পাৰে। আন দেশৰ পৰাও আমাৰ দেশৰ বাৰ্ত্তাদি আৰু আন কাৰ্য্য সমাধা কৰিবলৈ কটকী আহিছিল। তেনে বিদেশৰ কটকীক বৰ আদৰ সমাদৰ দেখুৱা হৈছিল। যি ৰজাজনৰ পৰা কটকী আহে তেওঁ যদি স্বাধীন হয়, তেন্তে সন্দেহ-পত্ৰত সিংহ চাব মাৰে; আৰু আহোম ৰজাৰ অধীন বা কৰতলীয়া হলে ফুকন-চাব মাৰে।

# ৰণ।

আহোমসকল যুদ্ধবিদ্যাত বৰ পৈণত আছিল ; নিজৰ বীৰত্ব আৰু সাহস প্ৰকাশ কৰিবৰ অৰ্থে বৰ উৎসুক আছিল। আহোম ৰাজত্বৰ আগছোৱাত সেনাসকলে বৰছা, তৰোৱাল, ধাৰু, কাঁড়, ধেনু, যাঠী, কাৰ্ফাই ধেনু আৰু নাকৈ দা প্ৰভৃতিৰে ৰণ কৰিছিল। কিন্তু সময়ৰ লগে লগে নানাবিধ অস্ত্ৰ-শস্ত্ৰাদিৰ আবিষ্কাৰ হোৱাত অসমীয়া সেনাই পূৰ্ব্বোক্ত অস্ত্ৰাদিৰ উপৰিও বৰতোপ আৰু বৰহিলৈৰে ৰণ কৰিছিল। অসমীয়া হিলৈ কেইবা বিধৰো ; তাৰ ভিতৰতো পাথৰ কলাই, কামায়ণ, জমুৰ, কেচাই, টোৱা, গঠিয়া, জম্বুৰ, পহলঙ্গি আৰু খোকা হিলৈ প্ৰধান ; ৰণৰ প্ৰাৰম্ভতে এজনক ঘাই সেনাপতি পাতি নেওগ ফুকন থিতাপ দি ৰণলৈ পঠোৱা হয়। ঘাই সেনাপতিৰ তলতীয়া সেনাপতিসকলক পালি সেনাপতি বোলা হয়। তিনি জনা ডাঙ্গৰীয়া আৰু ৰাজ্যৰ আন প্ৰধান বিষয়াসকলো মাজে মাজে স্বয়ং সংগ্ৰামস্থলীত উপস্থিত হয়। সমস্যা বুজি স্বৰ্গদেৱ নিজেও ৰণলৈ যায়। সেনাসকলে একেলগে ৰণ নধৰে ; সমুদায় সেনা অংশ অংশকৈ ঠায়ে ঠায়ে কোঁঠ দি থাকে, এক কোঁঠৰ সেনাই আন কোঁঠৰ সেনাক সহায় কৰাৰ অতি সহজ আৰু সুচল উপায় আছে। চেৱাৰী কটকীয়ে দিনে দিনে ৰজাক ঘোঁৰাৰ ডাকেৰে যুদ্ধৰ বতৰা জনাই থাকে। সেনাপতিসকলে চোৰাংচোৱা, চৰীয়া, বিপুৱা প্ৰভৃতি পঠিয়াই চোৰাং কৰি শত্ৰুসেনাৰ আলেখলেখ চাই থাকে। শত্ৰুৰ গুপ্তচৰ আমাৰ হাতত পৰিলে, তাক প্ৰাণ নামাৰি সিহঁতৰ সেনাৰ সামৰ্থ্য জানি তাক এৰি দিয়া হয়। কিন্তু ইয়াৰো প্ৰায় ব্যতিক্ৰম ঘটে। সেনাপতি আৰু ডাঙ্গৰীয়াসকলে প্ৰায় হাতীত উঠি ৰণ কৰে। যিসকল সেনা বা সৈনিক পুৰুষে ৰণস্থলী এৰি তাৰ পৰা ভাগে তেওঁক উগ্ৰ শাস্তি

দিয়া হয় ; আৰু সততে সকলো সেনাৰ আগতে তেওঁক কঁড়িয়াই বা গুলীয়াই মৰা হয়। সেনাসকলৰ লগত বাইলুং, দেওধাই প্ৰভৃতি পণ্ডিত থাকে, ৰণ কৰাৰ পূৰ্ব্বে এওঁলোকক সোধা হয়,—"আমি কোন কালে গৈ ধৰিলে শত্ৰুক জিনিম ?" পণ্ডিতসকলে কুকুৰা-ঠেঙ্গেৰে মঙ্গল চাই তাৰ উত্তৰ দিয়ে। তেওঁলোকৰ ভবিষ্যদ্বাণী প্ৰায় ফলিয়াইছিল ; ইয়াৰ পটন্তৰ সূক্ষ্ম বুৰঞ্জী পাঠকমাত্ৰেই জানে। আহোম ৰজাসকল যুদ্ধত বিজয়ী হলে মেহু মেডাম, ৰিক-খন-মুংখন প্ৰভৃতি উৎসৱ পাতে। সেই উৎসৱত সকলো প্ৰজাই ৰং-ধেমালি কৰে আৰু যুদ্ধ চলি থকা কালত মঙ্গল-সূচক উম্ফা পূজা কৰা হৈছিল। সম্প্ৰতি বৃটিছ ৰাজৰ জয়ৰ কাৰণেও জাজিত এই পূজা কৰা হৈছিল। যুদ্ধত জয় হোৱা অধিনায়ক আৰু আন সৈনিকক বঁটা বাহন দিয়া হয়। শত্ৰু ফলীয়া সেনা বা আন বিষয়াক পালে তেওঁলোকৰ শিৰশ্ছেদন কৰি ৰজাৰ আজ্ঞাৰে এঠাইত মুণ্ডমালা বন্ধা হয়। শত্ৰুৰে সৈতে সন্ধি স্থাপন কৰি যুদ্ধৰ সামৰণি পেলোৱা হয়। এজন ৰজাৰ পৰা আন ৰজাৰ তলৈ পঠোৱা সন্ধিৰ বস্তু, যৌতুক আৰু হাঁতী ঘোঁৰা আদিক 'ওলগ' বোলে। আহোম ৰমণী-সকল বৰ তেজস্বিনী আৰু সাহসী আছিল ;—মাজে মাজে তেওঁলোকে নিজে সংগ্ৰামস্থলীত উপস্থিত হৈ ৰণ কৰাৰ ভালেমান দৃষ্টান্ত পোৱা যায়। ৰণ তৰে-পানীয়ে উভয়েদি হৈছিল। অসমীয়া সেনা যে অতুল বীৰ আৰু সাহী আছিল মছলমানেৰে সৈতে সেই দীঘলীয়া ৰণতে তাৰ উজ্জ্বল দৃষ্টান্ত পোৱা যায় ; শৰাইঘাট আৰু ইটাখুলি ৰণত সেই বীৰ্য্যৰ চৰমত্ব দেখা যায়।

---



# সাধাৰণ শিক্ষা।

আজিকালিৰ দৰে আহোমৰ দিনত সাধাৰণ শিক্ষাৰ বিশেষ শৃঙ্খলা-বদ্ধ নিয়ম নাছিল। আহোমসকলে লিখা-পঢ়া শিকা হেয় জ্ঞান কৰিছিল; তেওঁলোক বীৰোচিত আৰু আন সাহী কামত হে বিশেষকৈ আসক্ত আছিল। দেওধাই, বাইলুং পণ্ডিতসকলে চাং পাতি তেওঁলোকৰ আৰু আন গোহাঁইৰ সন্তানসকলক আহোম মতে শিক্ষা দিছিল; তেনে চাঙ্গৰ সংখ্যাও নিতেই তাকৰ আছিল। ফুলেশ্বৰী আই-কুঁৱৰীয়ে এটি পঢ়াশালী পাতিছিল, ইয়াৰ কাৰ্য্যও অতি পৰিপাটিকৈ চলিছিল; কিন্তু ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত লুপ্তপ্ৰায় হয়; নগৰৰ ভিতৰত বিষয়াসকলৰ কাৰো ঘৰতে বা ওঁতৰতে ছাত্ৰশালী আছিল; কিন্তু তাৰ কোনো থনতে ২০ জন ছাত্ৰৰ অধিক নাছিল। হিন্দু-সমাজৰ মাজত লিখা-পঢ়া কৰাটো ব্ৰাহ্মণসকলৰ স্বকীয়া কৰ্ত্তব্য বুলি মনা হৈছিল; আৰু ওপৰত কোৱা পঢ়াশালীবোৰত প্ৰায় ব্ৰাহ্মণৰ লৰাইহে শিক্ষা পাইছিল; তথাপি ঠায়ে ঠায়ে কায়স্থ কলিতা আৰু আন জাতৰ লৰায়ো পঢ়িছিল। কাকতী আৰু মজুমদাৰৰ লৰাসকলে মাটি পিয়ল আৰু অঙ্ক শিক্ষা কৰিছিল। মহাৰাজ বুদ্ধি-স্বৰ্গনাৰায়ণ স্বৰ্গদেৱে উজনি অসমৰ কেইবা ঠাইতো সংস্কৃত পঢ়াশালী পাতি দি সংস্কৃত শিক্ষাৰ সুচল কৰি দিয়ে। তেওঁৰ আগেয়ে উজনি অসমত সংস্কৃত শিক্ষাৰ প্ৰচলন নাছিল বুলি কলেও মিছা কোৱা নহয়। তেওঁৰ দিনৰে পৰা ৰাজসভাত পণ্ডিত ৰখাৰ নিয়ম হয়; গুৰুতৰ বিষয়ত ৰজাই এই সভাৰ পৰামৰ্শ লৈছিল। শিল্প-বিদ্যা, গীত-বিদ্যা, গীত-বাদ্য প্ৰভৃতিৰ শিক্ষাৰ নিৰ্দ্দিষ্ট ঠাই কতো নাছিল; সেই বিষয়ৰ ব্যৱসায়ী অধ্যাপকে ঘৰতে বা গাঁৱত শিক্ষা দিছিল। ৰজাৰ ৰাজধানীত ৰাজে

হিন্দু ধৰ্ম্মৰ প্ৰাদুৰ্ভাৱৰ ঠাইত সংস্কৃতীয়া টোল আছিল ; তাত সংস্কৃত শাস্ত্ৰৰ উপৰিও ধৰ্ম্মসংক্ৰান্ত শিক্ষা দিয়া হৈছিল। নিজ নিজ কোঁঠত সেনাপতি-সকলে সেনাবোৰক ৰণ শিক্ষা দিছিল। সাধাৰণ শিক্ষা অসুচল থকা হেতুকেও তদানীন্তন লোকসকল বৰ দক্ষ আৰু চোকা আছিল। ৰজা-সকলৰ সৰহ ভাগেই নিৰক্ষৰ আছিল ; তত্ৰাচ তেওঁলোকে ৰাজকাৰ্য্যত অসাধাৰণ আৰু আশাতীত নৈপুণ্য প্ৰকাশ কৰিছিল। ৰজাৰ কোঁৱৰ-সকলক সৰুৰে পৰা অস্ত্ৰবিদ্যা আৰু বুৰঞ্জীবিদ্যাত শিক্ষা দিয়া হৈছিল। সম্ভ্ৰান্ত বংশৰ সন্তানসকলেও বুৰঞ্জীৰ ঘটনাৱলী মন পাৰি শিকিছিল বা শুনিছিল। ৰাজকাৰ্য্যত ৰজাৰ আৰু পাত্ৰমন্ত্ৰী সকলৰ সাৰথি আছিল সৰাতকৈ উৎকৃষ্ট সহজ জ্ঞান (Common Sense)। কোনো জটিল সমস্যা হলে তেওঁলোকে বুৰঞ্জীৰ পূৰ্ব্বঘটিত দৃষ্টান্তৰ পৰা সহায় লৈছিল। মহাৰাজ শিৱসিংহ স্বৰ্গদেৱ বিশেষ ভাৱে শিক্ষিত আছিল।

---

# ভাষা।

আহোম ভাষা আৰু জাতিৰ 'আহোম' নাম আধুনিক। পূৰ্ব্বে তাৰ নাম 'টাই' আছিল। শ্যাম ভাষাৰে সৈতে টাই ভাষাৰ অনেক মিল আছে। খ্ৰীষ্টাব্দ ত্ৰয়োদশ শতিকাৰ প্ৰথম ছোৱাত টাই জাতিৰ চুকাফা স্বৰ্গদেৱে কামৰূপৰ সীমাৰ খণ্ডলৈ আহি সেই ঠাইৰ আদিমবাসীসকলক বশবৰ্ত্তী কৰি নিজৰ অসম পৰাক্ৰম আৰু বীৰ্য্যৰ পৰিচয় দেখুৱাত কামৰূপীয়া-সকলে বীৰ্য্য আৰু পৰাক্ৰমত নৱাগতসকলৰ সমান কাকো নেদেখি সি-বিলাকক 'অসম' ( ন+সম ) নাম দিলে। টাইসকলে 'স'ক প্ৰায় 'হ' ৰ দৰে উচ্চাৰণ কৰিছিল ; সেই কাৰণেই 'অসম' শব্দটোৱে 'অহম'ৰ আকাৰ পালেগৈ। আৰু আহোম ভাষা অনুসৰি 'অহম' মানে সুবাসিত

অমৃত ( Sweet-smelling ambrosia ) সেই কাৰণে আহোমসকলে ভাবিলে, “আমাক ইবিলাকে এইটো সন্মান নাম দিছে ; আমি স্বৰ্গৰ পৰা নামি আহি ইবিলাকৰ মাজত সুবাসিত অমৃত স্বৰূপ হোৱাত ইবিলাকে আমাক অহম খিতাপ দিছে।” এই ভাবি তেওঁলোকে অতি সাদৰে অহম নাম গ্ৰহণ কৰিলে। তেতিয়াৰ পৰা তেওঁলোক ‘টাই’ নামৰ সলনি ‘অহম’ নামে অভিহিত হল। ‘আসাম’ আৰু ‘আহোম’ শব্দ ‘অসম’ আৰু ‘অহম’ শব্দৰ আন আকৃতি। কিন্তু একে অসম শব্দৰ পৰা উৎপন্ন হোৱাৰ বাবে আহোম আৰু অসমীয়া ভাষা একে নহয় ; আহোম ভাষা অসমীয়া ভাষাৰ পৰা সম্পূৰ্ণ বেলেগ। আহোম ৰাজবংশী মানুহৰ সংখ্যা নিচেই কম থকাত সিবিলাকে দেশ শাসনৰ সুবিধাৰ নিমিত্তে ৰজাঘৰীয়া কাৰ্য্যাদিত আহোম ভাষাৰ সলনি প্ৰজাৰ ভাষাক ( অৰ্থাৎ অসমীয়া ভাষাক ) ক্ৰমাৎ প্ৰাধান্য দিবলৈ ধৰিলে। মহাৰাজ প্ৰতাপসিংহ স্বৰ্গদেৱৰ ৰাজত্বলৈকে ডাঙৰীয়াসকলেৰে সৈতে ৰজাদেৱে আহোম ভাষাত হে কথাবাৰ্ত্তা পাতিছিল, কিন্তু তেওঁৰ পিচৰ ৰজাসকলৰ দিনত এই ৰীতি শিথিল হৈ অসমীয়া ভাষাতে সকলো কাৰ্য্যাদি চলিবলৈ ধৰিলে। বুৰঞ্জী লিখা বিষয়ত আহোম জাতিক কোনেও চেৰ পেলাব নোৱাৰে। সেই বুৰঞ্জীবোৰ আৰু ধৰ্ম্ম-পুথি-বোৰত আহোম ভাষাহে ব্যৱহাৰ কৰা হৈছিল। আহোম ভাষাৰ অস্তিত্ব কৰবলৈ গলে, এই দুই বিধৰ পুথিতে হে আছে। কিন্তু আজি-কালি আহোম ভাষা জনা মানুহৰ নাটনিত সেই অমূল্য ৰত্ন স্বৰূপ বুৰঞ্জীবোৰ ভেঁকুৰিব লাগিছে ; আৰু কিছু দিনৰ পিচত সেইবোৰ যে একেবাৰে নাইকিয়া হব তাত ধনিষ্ঠামানো সন্দেহ নাই। আহোম ভাষাত জ্যোতিষৰ গণনা থকা কিতাপৰ সংখ্যাও অনেক। পূৰ্ব্বে সেই জ্যোতিষী পুথিবোৰৰ সাহায্যত, দেওধাই, বাইলুং প্ৰভৃতি আহোম পণ্ডিত-

সকলে যিবোৰ আচৰিত কথা গণনা কৰিছিল শুনিলে স্তম্ভিত হব লাগে; এনে কি আধুনিক জ্যোতিষ-শাস্ত্ৰৰ সোৱাদ নোপোৱা মানুহে তাক নপতিয়াবই। পূৰ্ব্বে আহোম পণ্ডিতসকলে সেই জ্যোতিষৰ সহায়তেই বছেৰেকৰ শুভাশুভ আৰু ফলাফল বছেৰেকৰ আদিতে কব পাৰিছিল। গতিকে, যদি কোনো শিক্ষিত সজ পুৰুষে যতন কৰি আহোম ভাষা শিকি সেই লুপ্ত ৰত্নবোৰ উদ্ধাৰৰ চেষ্টাত প্ৰাণ টাকি লাগে, তেন্তে তেওঁ যে ভবিষ্যৎ জগতৰ পূজনীয় আৰু চিৰস্মৰণীয় উদ্যোগীসকলৰ শাৰীত ঠাই পাব তাত সন্দেহ নাই।

অসমীয়া ভাষা এটি পুৰণিকলীয়া আৰু সংস্কৃতৰ পৰা ওলোৱা শিৰ-ফুটা স্বকীয়া ভাষা। আদিতে ইয়াত হিন্দী, কাশ্মিৰী, ব্ৰজাৱলী, আহোম ভাষা আৰু অসমৰ আদিমবাসীসকলৰ দোৱানৰ শব্দাদিৰ সমাগম আছিল। তথাপি এতিয়াও ইয়াত শতকৰা ৬৩ টাকৈ সংস্কৃত শব্দ বৈছে। আহোমৰ দিনত এই অসমীয়া ভাষাৰ আশাতীত ৰূপে শ্ৰীবৃদ্ধি সাধিত হয়। ইয়াৰ কাৰণ কেইবাটাও। তাৰ ভিতৰত ৰজাঘৰীয়া সহানুভূতি আৰু বিখ্যাত ধৰ্ম্ম-প্ৰচাৰক আৰু আন সাহিত্য-লেখকসকলৰ অসমীয়া ভাষাৰ প্ৰতি প্ৰগাঢ় অনুৰাগকে ঘাই কাৰণ বুলি কব পাৰোঁ। মহাৰাজ শিৱসিংহ স্বৰ্গদেৱে নিজে কবিতাদি ৰচনা কৰিছিল। পূৰ্ব্বে অসমত ভালেমান ধৰ্ম্ম প্ৰচাৰকৰ আবিৰ্ভাব হৈছিল; তেওঁলোকে কেৱল ধৰ্ম্ম প্ৰচাৰ কৰিয়েই অসমীয়াসকলৰ জ্ঞান-চকু মোকোলাবলৈ যত্ন কৰি ক্ষান্ত নহৈছিল; তাত বাজেও নানা সংস্কৃত পুথিৰ সহায়তা আৰু নিজৰ বুদ্ধি-বৃত্তিকে ঘাই মাৰলি কৰি হৰেক ৰকমৰ পুথি ৰচনা কৰিছিল। তেওঁলোকৰ ভিতৰত শ্ৰীমন্ত শঙ্কৰ, মাধৱদেৱ, কংশাৰী, পুৰুষোত্তম ঠাকুৰ, অনন্তকন্দলি, মাধৱকন্দলি, ৰামসৰস্বতী, শ্ৰীধৰকন্দলি, ৰুচিনাথ কন্দলি, দ্বিজ শ্ৰীচন্দ্ৰভাৰতী, নাৰায়ণদেৱ, ভৱানন্দ মিশ্ৰ, গোপাল আতা,

গোবিন্দ মিশ্র প্রভৃতি সু-কবিৰ নাম আমি লব পাৰোঁ। এওঁলোকৰ পদ্য ৰচনাই সৰহ, গদ্য ৰচনা নাই বুলি কলেও মিছা কোৱা নহয়। নাটবোৰত যি গদ্য আছে সি খাচ অসমীয়া নহয়, তাত ব্ৰজাৱলী মিহলি আছে। কিন্তু সেই বুলি গদ্য ৰচনাত অসমীয়া ভাষা যে পিচ হুঁহকি আছিল এনে নহয়; বুৰঞ্জী প্রভৃতিত উৎকৃষ্ট অসমীয়া গদ্যৰ চানেকী পোৱা যায়। আজিও উক্ত কবি আৰু প্রতিভাশালী লিখকসকলৰ অনুগ্ৰহত অসমীয়া ভাষাই জগতত এটি ভাষা বুলি চিনাকি দিব পাৰিছে। সেই কবিসকলৰ সকলোৰে প্রাদুৰ্ভাবৰ কাল আহোম ৰাজত্বত, গতিকে আমি চমু চপাই কব পাৰোঁ যে, আহোম ৰাজত্বতে অসমীয়া ভাষাৰ খুলিটিয়ে ঠন ধৰে। সেই সাহিত্যানুৰাগী ৰাজপুৰুষ আৰু মহাপুৰুষসকলৰ নাম অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ অস্তিত্ব থাকে মানে মানৰ সোঁৱৰণিৰ পৰা তিৰোহিত নহয়।

---



# ধৰ্ম্ম-মহন্ত।

প্রত্নতত্ত্ববিৎ পণ্ডিতসকলে এতিয়া অনুমান কৰিছে যে, আহোমসকলৰ আচল ধৰ্ম্ম বৌদ্ধ ধৰ্ম্ম আছিল। বৌদ্ধ ধৰ্ম্মৰ সাৰ হৈছে, 'অহিংসা পৰমোধৰ্ম্মঃ'। আহোমৰ 'ফুৰালং' আৰু 'মেমিমাং' নামে যাই ধৰ্ম্ম-পুথিতো এই শিক্ষাকে দিছে। গতিকে সেই পণ্ডিতসকলৰ অনুমানটো দহদহীয়া বুলিবলৈ ইয়ো এটা প্রমাণ। আহোমসকলে সৌমাৰ অধিকাৰ কৰি ৰাজ্য বিস্তৃতি কৰাৰ পিচত, ৰাজকাৰ্য্য সুকলমে চলাবৰ অৰ্থে লাহে লাহে নিজৰ ভাষা এৰি অসমীয়া ভাষাক প্রাধান্য দিয়াৰ লগে লগে পূৰ্ব্বৰ ধৰ্ম্মকো আওহেলা কৰি হিন্দু ধৰ্ম্মক সাৱটিবলৈ ধৰিলে; কিন্তু সেই বুলি সকলো আহোম হিন্দু ধৰ্ম্মত দীক্ষিত নহল। দেওধাই, বাইলুং প্রভৃতি

আহোমৰ ধৰ্ম্মগুৰুসকলে নিজ ধৰ্ম্মকে পালি থাকিল। আহোম ধৰ্ম্মাৱলম্বী লোকৰ সংখ্যা আজিকালিও নিচেই তাকৰ, আৰু আন ধৰ্ম্মৰ প্ৰাদুৰ্ভাবত সেই ধৰ্ম্ম একেবাৰে লুপ্তপ্ৰায় হোৱাৰ আগন্তুক মিলিছে।

বৰ্ত্তমান সময়ত সকলোৱে মুক্তকণ্ঠে স্বীকাৰ কৰে যে আহোমসকল বৰ বাহুবলী আৰু সাহসী পুৰুষ আছিল; আৰু সেই মতে তেওঁলোকে হিন্দু ধৰ্ম্ম গ্ৰহণ কৰাৰ পিচত ক্ষত্ৰিয়ৰ স্থানৰ যোগ্য হব লগীয়া; কিন্তু সিবিলাকে ৰাজকীয় ক্ষমতা হেৰুৱাৰ লগে লগে ইয়াকো হেৰুৱালে! আজিকালি পৰম নৈষ্ঠিক আৰু হিন্দু ধৰ্ম্মৰ নিয়ম-প্ৰণালী পৰিপাটিকৈ পালন কৰা আহোমসকলক সাধাৰণ শূদ্ৰৰ দৰে হে ব্যৱহাৰ কৰা হয়! আহোমসকল অতি পৰাক্ৰমী জাতি হৈয়ো আহোম ধৰ্ম্ম লোৱাবৰ নিমিত্তে প্ৰজাক পীড়ন নকৰি নিজে প্ৰজাৰ ধৰ্ম্ম গ্ৰহণ কৰি প্ৰজাবৎসলতাৰ যি পটন্তৰ দেখুৱালে সেই পটন্তৰ আন দেশৰ বুৰঞ্জীত অতি বিৰল; এই কথাষাৰ পঢ়িয়েই আমাৰ অনুসন্ধিৎসু পাঠকসকলে সুধিব পাৰে, "কিয় আহোমসকলৰ সংখ্যা নিচেই তাকৰ আছিল; তেওঁলোকে [illegible] ধৰ্ম্ম নলৈ আৰু কি কৰিব?" আমি এই প্ৰশ্নৰ উত্তৰ নাকাটোঁ। বুৰঞ্জীৰ পাতত মছলমান আৰু ইংৰাজ জাতিলৈ চকু মেলি চালেই ইয়াৰ উত্তৰ অনায়াসে পোৱা যাব।

স্বৰ্গদেৱ স্বৰ্গনাৰায়ণ দিহিঙ্গীয়া ৰজাদেৱৰ দিনৰে পৰা আহোম ৰাজ্যত হিন্দু ধৰ্ম্মৰ প্ৰাদুৰ্ভাব হবলৈ ধৰে আৰু উক্ত ৰজাজনে স্বৰ্গনাৰায়ণ খিতাপ লোৱা আৰু দেশত হিন্দু শকাব্দ প্ৰচলিত কৰা আৰু সংস্কৃত টোল আদি স্থাপন কৰাৰ পৰা তাক ভালকৈ বুজা যায়; বিশেষতঃ সেই সময়তে মহাপুৰুষ শঙ্কৰদেৱৰ আবিৰ্ভাব। কিন্তু সেই জনা বা তেখেতৰ পৰবৰ্ত্তী কোনো জনা স্বৰ্গদেৱে প্ৰকাশ্যভাবে হিন্দু ধৰ্ম্ম গ্ৰহণ কৰা নাছিল। ইংৰাজী ১৬৫৪ খৃঃ জয়ধ্বজসিংহ স্বৰ্গদেৱ ৰাজপাটত উঠে; তেওঁৱেই

পোন-প্ৰথমে হিন্দু ধৰ্ম্মত দীক্ষিত হৈ আউনীআটী সত্ৰৰ নিৰঞ্জন বাপুত শৰণ লয়। তেতিয়াৰ পৰা আহোম স্বৰ্গদেৱসকলে হিন্দু ধৰ্ম্মৰ উন্নতি সাধিবৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিবলৈ ধৰিলে, আৰু মাজে মাজে কেইবা ঠাইতো বিখ্যাত মন্দিৰ, দেৱালয় আৰু দৌল আদি সাজি সেই পুৰুষাৰ্থৰ গুটি ধৰাইছিল। এনে কি নিজ দেশত শিক্ষিত আৰু সজ ব্ৰাহ্মণৰ অনাটন দেখি ভাটী কালৰ পৰা তেনে ব্ৰাহ্মণ অনাই সেই অভাব পূৰাইছিল, আৰু সেই কাৰণেই বৰ্ত্তমান সময়ৰ উচ্চ শ্ৰেণীৰ প্ৰায় ব্ৰাহ্মণ-সকল পূৰ্ব্বৰ ভাটীৰ ব্ৰাহ্মণৰ সন্তান-সন্ততি। এই দেশলৈ পূৰ্ব্বে মিথিলা, শান্তিপুৰ আৰু কাণ্যকুব্জৰ পৰা ভালেমান বামুণ আহিছিল। স্বৰ্গদেৱ-সকলে দেশৰ সজ ব্ৰাহ্মণ আৰু গোসাঁইসকলক দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ মাটি দান কৰিছিল আৰু আন কথাতো গোসাঁই-মহন্তসকলক বিশেষ অনুগ্ৰহ আৰু সন্মান দেখুৱাইছিল। এই দৰে ৰাজ অনুগ্ৰহ লভি দেশৰ ধৰ্ম্মপুৰুষ, অৰ্থাৎ গোসাঁই-মহন্তসকলৰ সংখ্যা ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে; কালত সেই ক্ষমতা বৰ ব্যাপক আৰু শকত হল আৰু সংখ্যাও আচৰিত ৰকমে বাঢ়িবলৈ ধৰিলে। গদাধৰসিংহ স্বৰ্গদেৱে অনেক মহন্ত বচা-ছেউনীত পাতিলে আৰু তেওঁৰ পুতেক ৰুদ্ৰসিংহ স্বৰ্গদেৱে, প্ৰকৃত মহন্তসকলক মাজুলীৰ চাপৰিত পাতি, আনসকলক পাইকৰ শ্ৰেণীত গণনা কৰোৱালে।

শিৱসিংহ স্বৰ্গদেৱৰ আগলৈকে মুকলিমূৰীয়া গোসাঁয়ে ৰজাক তান্ত্ৰিক শাস্ত্ৰ শিক্ষা দিছিল, এই জনা স্বৰ্গদেৱৰ দিনৰে পৰা পৰ্ব্বতীয়া গোসাঁয়ে সেই বাব পায়। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনৰে পৰা নাতী গোসাঁই সেই তান্ত্ৰিক শাস্ত্ৰৰ শিক্ষক হয়; কিন্তু লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনৰ পৰা পছমৰীয়া গোসাঁয়ো সেই বাবৰ অধিকাৰী হয়। ওপৰত কোৱা গোসাঁই কেইজনাক ৰাজগুৰু বোলা হয়। চাৰি সত্ৰীয়া মহন্তসকলক ৰজাঘৰত

'বাপু' বোলা হৈছিল ; আনসকলৰ কাকো 'বাপু' কাকো 'আতা' বোলা হৈছিল।

আহোম ৰজাসকলে এই গোসাঁইসকলক ৰবকৈ সন্মান দেখুৱাইছিল। পৰ্ব্বতীয়া গোসাঁইসকলে স্বৰ্গদেৱক সাক্ষাৎ কৰিবলৈ গলে, স্বৰ্গদেৱ ছুলীয়াই পৰ্হিচাঙ্গী বিদেশী নলকিৰে ৰজাৰ গঁড়ৰ ভিতৰলৈ আনে, আৰু জাপি ধৰাই সোণৰ চুলাৰে পানী-জাপি ধৰি আহে। গোসাঁয়ে দুৱাৰৰ মুখৰ বাউলিৰ ভিতৰ দুৱাৰ ঘৰৰ বাহিৰতে সেই চাঙ্গীৰ পৰা নামি তাতে ঘোঁৰাত উঠে, বান-সিয়া ৰব জাপি গোসাঁইৰ ওপৰত ধৰা হয়। এই দৰে মহন্তসকলে গোসাঁই ঘৰৰ জখলামুখৰ চাওদাং চৰাৰ ওচৰলৈকে আহি ঘোঁৰাৰ পৰা নামি পয়জাৰেৰে জখলামুখলৈকে গৈ তাত পয়জাৰ আৰু পিক পেলোৱা দাবৰ এৰি গোসাঁই ঘৰৰ টুপত ৰঙ্গা খণ্ডাত বহেগৈ। গোসাঁইৰ কাৰত নিৰ্ম্মালি আৰু হাঁচটি শৰাই থোৱা হয় ; তাৰ পিচত স্বৰ্গদেৱে সেই টুপতে বানতত বহি গোসাঁইক প্ৰণাম জনায়। গোসাঁয়ে নিজ মৰ্য্যাদানুসাৰে হাতত বা মূৰত নিৰ্ম্মালি দি স্বৰ্গদেৱক আশীৰ্ব্বাদ দিয়ে। সততে গোসাঁই বহা ঠাইৰ ওপৰতে পানকটা চান্দোৱা তৰা হয়। পহুমৰীয়া গোসাঁইসকলৰো এয়ে ক্ৰম ; কিন্তু সোণৰ চুলাৰ বাখৰ, সেই চান্দোৱাৰ, ৰঙ্গা কামলি আৰু নলকি এই কেই বিধ নেপায়। তেওঁলোকে ৰগা কামলিত হে বহে। পৰ্ব্বতীয়া গোসাঁইৰ ঘৰৰ নাতী গোসাঁইৰো পৰ্ব্বতীয়া গোসাঁইৰ দৰে ক্ৰম। পহুমৰীয়া গোসাঁইসকল এই নাতী গোসাঁইৰ শিষ্য ; গতিকে ওপৰত কোৱা মৰ্য্যাদাৰ তাৰতম্য। এওঁলোকে কেতিয়াবা ৰজাঘৰত একে লগে বহিব লগা হলেও মাজত থকুৱা লগা আৰু আৰধৰা দিয়া হয়। চাৰি সত্ৰীয়া গোসাঁইসকলেকো যথাযোগ্য সন্মান দেখুৱা হয় ; তেওঁলোকে ৰজাৰ আগত কলাপাতৰ ওপৰত ৰগা কামলিত বহে, ডেকা অধিকাৰসকলে যোৰ কলা-

পাতত বহে। সত্ৰীয়া গোসাঁইসকলে ৰবচৰাৰৈ গলে চৰাৰ উত্তৰ টুপৰ পৰা একোঠা সোমাই তাতে ঢাবি কঠত কাপোৰ তলিচা আৰু বৰ গাৰু লৈ বহে। এই দৰে আহোম ৰজাসকলে দেশৰ হিন্দু ধৰ্ম্ম প্ৰবৰ্ত্তক-সকলক সন্মান কৰিছিল; আৰু নানা সৎকাৰ্য্যৰ অনুষ্ঠান কৰি নিজৰ নাম চিৰস্মৰণীয় কৰি থৈ গৈছে। কিন্তু সেই বুলি স্বৰ্গদেৱসকলে নিজৰ দেওধাই বাইলুংসকলক নতুন ধৰ্ম্ম লোৱাবৰ অৰ্থে পীড়ন বা আন কোনো প্ৰকাৰৰ বলবত্তি নকৰিছিল; আহোম পণ্ডিতসকলে স্বেচ্ছানুসৰি স্বধৰ্ম্ম পালিছিল।

---

# ৰজাৰ কুৱঁৰী।

আহোম ৰজাসকলৰ কেইবা গৰাকীও কুৱঁৰী থাকে, তাৰে ৰৰকুৱঁৰী পৰ্ব্বতীয়া আৰু বাইডঙ্গীয়া প্ৰধান। পাছৰ দুই কুৱঁৰীৰ প্ৰত্যেকৰে এখনি এখনি খেল আছিল; পৰ্ব্বতীয়া ফুকন আৰু বাইডঙ্গীয়া ফুকন সেই নামৰ কুৱঁৰীৰ খেলৰ গৰাকী। প্ৰধান কুৱঁৰীক বৰ কুৱঁৰী বোলা হয়। তলৰ তৰপৰ কুৱঁৰীসকলক 'চমুৱা কুৱঁৰী' বোলা হয়, এওঁলোকৰ মৰ্য্যাদা প্ৰধান কুৱঁৰীৰ সমান নহয়। প্ৰত্যেক কুৱঁৰীৰ এখন এখন মেল থাকে। তাৰ নিৰ্দ্ধাৰিত কাৰ্য্য-নিৰ্ব্বাহক বিষয়া থাকে। যাৰ মেল সেই গৰাকী কুৱঁৰীয়ে মেলৰ উপস্বত্ব উপভোগ কৰে। প্ৰত্যেক কুৱঁৰীৰ অনেক লিগিৰা-লিকচৌ থাকে। কেতিয়াবা সুনিপুণ লিগিৰাক ভাল বিষয়া পতা হয়, আৰু চকুলগা লিগিৰাক চমুৱা কুৱঁৰীৰ মান-মৰ্য্যাদাও দিয়া হয়। কেতিয়াবা কেতিয়াবা ৰজা আৰু কুৱঁৰীসকলৰ প্ৰিয় পাত্ৰ হবলৈ ফুকন বৰুৱাৰ সন্তানেও লিগিৰা সোমাই কুৱঁৰীটোল বা অন্দৰ-মহলত থাকে। এতিয়াৰ দৰে পূৰ্ব্বে কুৱঁৰীসকলে আবুৰ নামা-

নিছিল। যোগ্য হলে কুৱঁৰীসকলে ৰাজকাৰ্য্যতো যোগদান কৰিছিল। কেইবা গৰাকীয়েও ৰজাৰ অবৰ্ত্তমানে বা অক্ষমতাত ৰাজ্যৰ প্ৰকৃত শাসনভাৰ লৈছিল। জ্যোতিষীয়া পণ্ডিতসকলে শিৱসিংহ ৰজাৰ ছত্ৰভঙ্গ যুগ পৰিছে বোলাত ৰজাদেৱে তেওঁৰ পাটমাদৈ ফুলেশ্বৰী কুৱঁৰীৰ হাতত শাসনভাৰ গতাই নিজে ৰাজকাৰ্য্যৰ পৰা জিৰণি ললে। বহুবিবাহ আহোম পদ্ধতি মতে নিষিদ্ধ নহয়। লিগিৰীবিলাকৰ ভিতৰত প্ৰিয়সকল 'হাতবৰী' বা 'গাচোৱা' প্ৰভৃতি উপপত্নীৰ সম্বন্ধেৰে জড়িত হোৱাৰ আভাস পোৱা যায়। ৰজাই যাই কুৱঁৰীৰ লগত সিংহাসনত বহে। কুৱঁৰীসকলে ৰজাৰ নগৰতে সুকীয়াকৈ টোলত বাস কৰিছিল। ৰাজমাও বৰকুৱঁৰী আৰু পৰ্ব্বতীয়া কুৱঁৰীয়ে ৰজাদেৱৰ দৰেই সন্মান পায়।

---

# সামাজিক আৰু বৈষয়িক ভেদাভেদ।

উচ্চ তৰপৰ বিষয়া আৰু সাধাৰণ তৰপৰ মানুহ, উচ্চ জাতৰ আৰু নীচ জাতৰ মানুহৰ ভিতৰত ভেদাভেদ বৰ টানকৈ পলা হৈছিল। ওখ শ্ৰেণী বিষয়াসকলত বাজে আন কোনেও পাছকা আৰু দোলা ব্যৱহাৰ কৰিব নোৱাৰিছিল। কিন্তু শেহৰ অনুগ্ৰহটি ( অৰ্থাৎ দোলাত উঠি ফুৰা ) এহেজাৰ টকাৰে কিনি লব পৰা গৈছিল। সাধাৰণ মানুহে বাওঁ কান্ধত চাদৰ চেলেং বা থনীয়া লব পাৰিছিল, কিন্তু ভাল তৰপৰ মানুহে সোঁ কান্ধত লব পাৰিছিল। সাধাৰণ মানুহে পকী ঘৰ বা ঘূৰণীয়া টুপেৰে ঘৰ সাজিব নোৱাৰিছিল, এনে কি ৰজাৰ বাহিৰে আন কোনেও দুই টুপৰ ঘূৰণীয়া ঘৰ সাজিব নোৱাৰিছিল। ইতৰ মছলমান, মৰিয়া, ডোম আৰু হাৰীয়ে দীঘল চুলি বা পাহ বাখিব নোৱাৰিছিল; আৰু প্ৰত্যেক ডোমে কপালত মাছ, হাৰীয়ে বাঢ়নীৰ চাব লৈছিল। পাহ ৰখা বৈষয়িক

মৰ্য্যাদাৰ চানেকী। মছলমান আৰু মৰিয়াই মূৰ খুৰাইছিল। কেইজনমান নিৰ্দ্দিষ্ট বিষয়াই হে সৰুদৈয়া জাপি ব্যৱহাৰ কৰিব পাৰিছিল। দোলা ৰজাবৰীয়া চিহ্নিত বিষয়াই হে লব পাৰিছিল। লো আৰু কাঠৰ ঢেকৰ বিবেচনা মতে মৰ্য্যাদাৰ তাৰতম্য। নগৰৰ ভিতৰত যেয়ে সেয়ে জাপি লব কিম্বা দোলাত উঠিব নোৱাৰে, ইয়াৰ সংখ্যাও নিৰ্দ্দিষ্ট। হাতী আৰু ঘোঁৰাত উঠিবলৈ হলে ৰজাৰ অনুমতি লাগে। ফুল পিন্ধা, ফুলৰ মালা আৰু চাকি পিন্ধা মৰ্য্যাদাৰ তাৰতম্যৰ পৰিচায়ক। যুতী, মালতী প্ৰভৃতি ফুলৰ চাকি আটায়ে পিন্ধিব নোৱাৰে। সত্ৰাধিকাৰসকলে হে খাটলাত উঠিব পাৰে, আনে নোৱাৰে। নগৰত হলে কেইজনমান নিৰ্দ্দিষ্ট ডেকা অধিকাৰ বা মহন্তই ঘোঁৰাত উঠিব পাৰে। অলঙ্কাৰ পিন্ধাৰ বিষয়েও তাৰতম্য। ওখশ্ৰেণী বিষয়াই হে ভাল অলঙ্কাৰ পিন্ধিব পাৰে ; সাধাৰণ মানুহৰ কাঁহ আৰু পিতলৰ অলঙ্কাৰ। ৰজা আৰু আন বিষয়াৰ ঘৰত আসন পোৱাও মৰ্য্যাদা অনুসৰি হে। সকলোকে কলা থঙ্গাত বহিবলৈ দিয়া নহয় ; ৰঙ্গা থঙ্গাতকৈ কলা থঙ্গাত মৰ্যাদা অধিক। বামুণসকল দেশৰ ভিতৰত জাতত সৰ্ব্বোচ্চ হলেও সাধাৰণ শ্ৰেণীৰ বা তলতীয়া শ্ৰেণীৰ বামুণ হলে বিষয়া আৰু ওপৰ শ্ৰেণীৰ শূদ্ৰিৰ আদিৰ আগত মাটিত বহে।

ৰাজআলিত সকলোৱে সমানে যাব নোৱাৰে। ওখ থাপৰ বিষয়াৰে সৈতে সাক্ষাৎ হলে তলৰ থাপৰ বিষয়াই বাট এৰি দিব লাগে। ডোম, হাৰী আৰু ইতৰ মছলমান প্ৰভৃতিয়ে আলিৰ দাঁতিয়েদি হে যাব পাৰে। প্ৰত্যেক হিন্দুৱেই ফোঁট লয়, কিন্তু ফোঁট লোৱাতো মৰ্য্যাদাৰ তাৰতম্য আছে। সাধাৰণ শ্ৰেণীৰ মানুহে আঁঠুৰ তলতীয়াকৈ চুৰিয়া পিন্ধিব নোৱাৰে। ফুলৰ চাকি পিন্ধা, আঁঠুৰ তললৈকে চুৰিয়া পিন্ধা আৰু টেমা-বটা লোৱাৰ বিৰুদ্ধে আচৰণ কৰাৰ নিমিত্তে মানুহৰ নাক-কাণো

কটা যায়। খোৱা-দোৱাৰ বাচন ব্যৱহাৰ, কাপোৰ পৰিধান, কোঁট পিন্ধা, বহা, খোৱা সকলোতে মৰ্য্যাদানুযায়ী তাৰতম্য ; ইয়াৰ বিপৰীত-ৰূপে আচৰোঁতাজনক খুগুত শাস্তি দিয়া হয় ; কিন্তু সেই শাস্তি অতি পাতল।

প্ৰত্যেক খেলৰে এজন নিৰ্দ্দিষ্ট ৰান্ধনী থাকে। সেই ৰান্ধনীয়ে ৰান্ধিলে হে খেলৰ সকলোৱে খায়। যাৰে তাৰে হাতে যেই সেই বেহানি খোৱাৰ নিয়ম নাই। মছুলমানসকলে গোমাংস ভক্ষণ কৰিব নোৱাৰে। তেওঁলোকক বছৰি এদিন পীঠাগুৰিৰ গো সাজি খাবলৈ দিয়াৰ নিয়ম। হিন্দু ধৰ্ম্মৰ প্ৰাদুৰ্ভাৱ থকাত দেশত এনে আচাৰ প্ৰচলন আচৰিত নহয়। কথিত আছে বোলে সাধাৰণ মানুহে খাৰণিৰ ছাতিৰে ৰান্ধনী ঘৰত ছেন্ ছেন্ শব্দ উৎপাদন কৰিলে শাস্তিৰ যোগ্য হয়। উচ্চ বংশৰ মানুহ-সকলে কেতিয়াবা কয় "আমি কিবা পাইক নে ?" ইয়াৰ পৰা পাইকৰ মান-মৰ্য্যাদাৰ পৰিচয় পোৱা যায়।

---

## বিষয়াৰ ঘৈণীৰ মৰ্য্যাদা।

আন বৰুৱা বা ফুকনৰ স্ত্ৰীতকৈ বৰবৰুৱা আৰু বৰফুকনৰ ঘৈণীৰ মৰ্য্যাদা অতি অধিক। ৰজাৰ ঘৰত বৰবৰুৱানী আৰু বৰফুকননীক অমুক বৰুৱানী বা ফুকননী বোলা হয় ; ডাঙ্গৰীয়া তিনি জনাৰ ঘৈণী হলে অমুক ডাঙ্গৰীয়াৰ ঘৈণী বোলা হয়। ডাঙ্গৰীয়ানীসকলে পৰ্হি চাঙ্গী পায় ; আৰু নগৰ সোমালে বৰমুণ বা বদৰ নিমিত্তে সকদৈয়া সিয়া জাপি মূৰত লৈ যায় ; আৰু উজনিথন চাওদাং দুৱাৰেদি সোমাই চাওদাং চৰাতে বহে। লগৰ বৰুৱা বা লিগিৰী এজনীয়ে দুখন কলাপাত নি পাৰি দিলে ঘৈণীয়ে তাত বহে। কুৱঁৰীসকলৰ ঘৰতো সেই দৰে

পাতত বহে। বৰবৰুৱা, বৰফুকন, চৰাৰ ফুকন কিম্বা খে... বিচনী পোৱা চমুৱা ফুকন, এই সকলৰ ভাৰ্য্যাই যাওঁতে পহিচাঙ্গীৰে গৈ নগৰ সোমোৱাত মাটিয়ে মূৰত দিয়া জাপি লৈ দুৱাৰ সোমায় আৰু চাওদাঙ্গৰ চৰাত এথনীয়া কলাপাতত বহে। এই ক্ৰমে চমুৱা ফুকননী-সকলেও নাম শাৰীত বহে। কুৱঁৰীসকলৰ ঘৰত এওঁলোকক এথনীয়া কলাপাতত বহিবলৈ দিয়া হয়; আন কম মৰ্য্যাদাৰ বৰুৱা আৰু ফুকনৰ ভাৰ্য্যাই বহিবলৈ পাত নাপায়, মাটিতে লেপেটা কাঢ়ি বা আন প্ৰকাৰে বহে।

সিয়া জাপিবোৰত বানতৰ ওপৰত অনেক প্ৰকাৰ সূতা আৰু ৰূপ সোণৰ গুণাৰে বন কৰা বৰ বৰ জৰু লগাই ওপৰৰ টুপত পোৱাল মণিৰে গথা ডাল-পাত লগোৱা সোণৰ চুলাৰে গছ কৰি দিয়া হয়। এনে জাপি ডাঙ্গৰীয়া তিনিজনা, বৰ ভাণ্ডাৰ বৰুৱা, বৰবৰুৱা, বৰ-ফুকন, চৰাৰ ফুকন, চমুৱা ফুকন এইসকলৰ ভাৰ্য্যাই লব পাৰে। কিন্তু কোনোৱে মৰ্য্যাদা অনুসাৰে বনৰ তাৰতম্য কৰি চুলা আৰু জৰু লয়; চমুৱা জালভাৰী ফুকন পাচ জন, মেলডগীয়া ফুকন কেইজন, এই-সকলৰ ভাৰ্য্যাই তাৰতম্য ৰূপে সেই চুলা আৰু জৰু লয়। আন ইতৰ স্ত্ৰীয়ে চুলাত ডাল-পাত নোহোৱাকৈ টঁপা একোপাহ লয়।

---

# আলি, দ'ল, পুখুৰী ইত্যাদি।

আহোম নৃপতিসকলে প্ৰজাৰ হিতাৰ্থে অসমৰ নানা ঠাইত আলি, দ'ল, পুখুৰী আৰু সাঁকো প্ৰভৃতি সাজি নিজৰ নাম চিৰস্মৰণীয় কৰি থৈ গৈছে। শান্তিৰ সময়ত পাইবোৰক সাধাৰণৰ উপকাৰী কাৰ্য্যত নিযুক্ত কৰা হৈছিল; সেই কাৰণে ওপৰত কোৱা আলি, দ'ল প্ৰভৃতি অতি

কম খৰচতে নিৰ্ম্মিত হৈছিল। আন আন দেশত ৰজাসকলে প্ৰজাৰ পৰা পোৱা কৰ প্ৰভৃতি নিজৰ বাসস্থান আৰু নগৰ বিতোপন কৰোঁতে প্ৰায় অন্ত কৰিছিল, আন প্ৰজা-হিতকৰ কাৰ্য্যত ইমানকৈ ধন নাভাঙ্গিছিল; কিন্তু আহোম স্বৰ্গদেৱসকলৰ নীতি সম্পূৰ্ণ বেলেগ। ৰজাৰ ব্যৱহাৰৰ নিমিত্তে ঘৰৰ সংখ্যাও ইমান অধিক নাছিল। ৰজাৰ ৰাজধানীতো সিমান খৰচ নহৈছিল। ৰজাসকলে যিবোৰ ৰাজহুৱা কাৰ্য্য কৰিছিল, তাৰ ভিতৰত তলত লিখাবোৰেই প্ৰধান।—

১। প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত সজা ;—গড়গাওঁৰ পৰা শিঙ্গৰী ঘৰলৈ যোৱা বৰ আলি, গজপুৰৰ পৰা গড়গাওঁলৈকে বৰ আলি আৰু চতাই আলি, জৰকাৰ আলি, বকতাৰ আলি, পৰ্ব্বতীয়া আলি, হাবিপৰা আলি, মহঙ্গৰ গড়, ঢিনাতলী গড়, কটাৰী খানৰ গড়, চামধৰা গড়, লাহডৈ গড়, কোটোহা গড়, মেৰা গড়, চোৱাতল গড়, নুমলী গড়, ৰাঙ্গলী গড়, তাওকাকৰ পুখুৰী, ৰূপহী পুখুৰী, বিশ্বনাথৰ দ'ল, দেৰগাওঁ দেৱালয়ৰ দ'ল, দলোগুৰি বাহৰ ; ৰূপহী নগৰ, তেলীয়া[illegible] পুখুৰী।

২। গদাধৰসিংহ স্বৰ্গদেৱৰ দিনত সজা ;—গুৱাহাটীৰ [illegible]পোনে উমানন্দৰ মন্দিৰ।

৩। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত সজা ;—মেটেকাত ৰংপুৰ নগৰ, দিমৌৰ দলং, নামডাঙ্গৰ শিলৰ সাঁকো, কাৰেংঘৰ, ৰংনাথৰ দল, জয় দল, জয়সাগৰ, খৰিকটীয়া আলি, ঢুৰৰিয়নী আলি, মেটেকাৰ আলি।

৪। প্ৰমত্তসিংহ স্বৰ্গদেৱৰ দিনত সজা ঃ—ৰংপুৰৰ ৰংঘৰ, গড়গাওঁ নগৰৰ পকী দুৱাৰ, গুৱাহাটীত শুক্ৰেশ্বৰ দল, ৰুদ্ৰেশ্বৰ শিৱমন্দিৰ।

৫। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত সজা ;—ৰংপুৰৰ তলাতল ঘৰ, শিৱসাগৰৰ ধাই আলি, হৰগৌৰী দেৱালয়, বশিষ্ঠাশ্ৰমৰ মন্দিৰ, মণিকৰ্ণেশ্বৰৰ মন্দিৰ, চিত্ৰাচল মন্দিৰ, নেঘেৰীটিঙ্গৰ দল, গড়গাওঁৰ কাৰেংঘৰ।

৬। লক্ষীসিংহ স্বৰ্গদেৱৰ দিনত সজা ;—ৰুদ্ৰসাগৰ, নেঘেৰীটিঙ্গৰ ৰৰভেঁটি, ৰাজমাওৰ নামে বন্ধোৱা বগীদল, গৌৰীবল্লভ দৌল।

৭। কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত সজা ;—ন আলি, ৰজাবাহৰৰ আলি, মহবন্ধা আলি, কমাৰবন্ধা আলি, চেউনী আলিৰ পুখুৰী, কামাখ্যাত তামৰ ঘৰ, ছত্ৰকাৰৰ দেৱালয়।

এইবিলাকত বাজেও অসংখ্য পুখুৰী, দল, আলি প্ৰভৃতি সজা হয়, সকলোবোৰ উল্লেখ কৰা অসম্ভৱ জানি মুঠেই ঘাই কিছুমানৰ নাম দিলোঁ। উক্ত কাৰ্য্যাদিত খনিকৰী বিদ্যাৰ ভাল চিনাকি পোৱা গৈছে। মানুহে কয় বোলে ৰংপুৰৰ ৰজাঘৰৰপৰা গুৱাহাটিলৈকে এটি সুৰুঙ্গা বাট আছিল। ই মানুহৰ মুখৰ কথা ; ইয়াৰ সত্যতা আৰু অসত্যতাৰ বিষয়ে আমি সঠিক ঠাৱৰাব নোৱাৰিলোঁ। কিন্তু সেই কালৰ অসমীয়া মানুহৰ খনিকৰী বিদ্যাত সিদ্ধহস্ততা আৰু দক্ষতা চাই ইয়াক অসম্ভৱ যেন নালাগে। দৰ্কাৰমতে ৰজাই বিদেশৰ পৰাও খনিকৰ অনাইছিল। কোচবিহাৰৰ ঘনশ্যাম খনিকৰে ৰুদ্ৰসিংহ ৰজাৰ দিনত জয়দল আৰু দিমৌৰ দলং বান্ধিছিল।

---

# ৰজাৰ মৈদাম।

The slavish Indian princeps, when they die
Are cheerfully attended to the grave
By the wife and slave that living, they loved best,
To do them service in another world."

—Philip Massinger, The Duke of Milan. I. 3.

কোনো আহোম ৰজাৰ মৃত্যু হলে, তেওঁৰ মৃত শৰটো মৈদাম বান্ধি তাত সমতলে থোৱা হয়। কেতিয়াবা সম্ভ্ৰান্ত বিয়য়াসকলেও মৈদাম বান্ধে। সেই মৈদামত শৰটো পূবৰ পোনে মূৰ আৰু পশ্চিমৰ পোনে

ভৰিৰৈক থোৱা হয়। আদিতে ৰজাই ব্যৱহাৰ কৰা বাচন, লোৱা বস্ত্ৰ, লিগিৰা-লিগিৰী, জহৰা-জহৰী আৰু মাজে মাজে হাতী, ঘোঁৰা, প্ৰভৃতিকো মৈদামত থোৱা হয়; তাত বস্তুবোৰ এই দৰে থোৱা হয়,—ৰজাই শোৱা খোটালীৰ ওপৰত সাত খলপীয়া সোণৰ বৰৈ দিয়া চাঙ্গটী-চন্দোৱাৰ, মাটিত সোণৰ দাপোণ মৰাৰ চালপীৰা পীৰাৰ চাৰিও চুকে সোণেৰে বন্ধোৱা চাৰি খুটি, তাতে আঠুৱা তৰা হয়, পীৰাৰ ওপৰত ৰূপৰ পাটী, সোণ আৰু বাখৰৰ বনকৰা গাৰু, তাতে ৰাজ-অলঙ্কাৰেৰে সৈতে ৰজাক শুৱাই থোৱা হয়, পীৰাৰ কাষতে সোণৰ হীৰা আৰু বাখৰ পতোৱা ফাকেৰে হেংডান, ককাঁলৰ ওচৰত মাটিত চাৰি-পাঁচখন শৰাই, তাৰে এখন ৰূপৰ শৰাইত সোণৰ বটা, তাৰ ভিতৰত সোণত হীৰা-বাখৰ পতা চুণৰ টেমি আৰু সোণৰ ধঁপাত থোৱা টেমা, সোণৰ ডাবেৰে কটাৰী আৰু ৰূপৰ তামোল; এখন শৰাইত সোণৰ ভোগজৰা, এখনত অলঙ্কাৰ, এই দৰে সোণৰ মাই-হাং আদি কৰি ৰূপৰ ভোগজৰা পৰ্য্যন্ত থয়, আৰু সোণৰ পেৰাও থয়, ভৰিপথানৰ ফালে সোণেৰে বন্ধোৱা ধোঁৱাখোৱা; তাৰ ওপৰত ৰূপ-সাঁফৰ মৰা চিলিম, সোণৰ বনকৰা নলী। লিগিৰা এটাই সোণৰ মুঠি বন্ধা চোৱঁৰেৰে বিচি থাকে, এই দৰে আন-আন ঠাইতো বস্তু মানুহ ইত্যাদি থোৱা হয়। স্বৰ্গদেৱ ভকতীয়া হবৰ পৰা জীৱন্ত প্ৰাণী নোথোৱা হল, তথাপি প্ৰবাদ আছে যে, ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৈদামত চাইটা আৰু প্ৰমত্ত-সিংহ স্বৰ্গদেৱৰ মৈদামত দহোটা কি বাৰটা মূৰ ওলাইছিল।

সেই মৈদামৰ প্ৰতি দৃষ্টি ৰাখিবলৈ মানুহ ৰখীয়া থোৱাৰ দস্তুৰ আছিল; গতিকে কোনো লোকে মৈদাম খানি তাৰ বস্তু-বেহানি লুট কৰিব নোৱাৰিছিল; আৰু বিশেষতঃ মৈদামত ভূত, পিশাচ, আহোম ডাইনী আৰু ৰজাবিলাকো থাকে বুলি মানুহৰ মনত ভয়। গৰগঞা বুঢ়া ৰজাৰ মৈদাম কেতিয়াবাই খন্দা হয়। ১৭৬৬ শকত (ইং ১৮৪৪খৃঃ)

চৰাইদেৱত প্ৰথমে লক্ষ্মীসিংহ স্বৰ্গদেৱৰ মৈদামটো কুৰীয়া ৰবাৰ পুতেকে খানি বস্তু উলিয়াই নিলে। তেতিয়াৰে পৰা মানুহে মৈদামত ভূত পিশাচ নাই বুলি ভাবিবলৈ ধৰিলে আৰু ৪০।৫০ জন মানুহে গোট খাই আন মৈদামবোৰো খানিবলৈ ধৰিলে। ১৭৬৮ শকত কেইটামান মৈদাম নখনাকৈ আছিল; মহাৰাজ পুৰন্দৰসিংহ স্বৰ্গদেৱে, সেইবোৰ ৰাখিব নোৱাৰি অস্থি গঙ্গালৈ নিওঁ বুলি খনালে। তাৰ লেখ তলত দিয়া গল :—

১। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ মৈদাম খনাত তাত অনেক বস্তু ওলাল। খানোতা কুৰীয়া ৰবাৰ পুতেকক ফাটেকত দিয়া হল।

২। ডেকা গড়গঞা ৰজাৰ মৈদাম; তাক ১৪৭৪ শকত (ইংৰাজী ১৫৬২ খৃঃত) বান্ধিছিল। ছখোটালী ঘৰ খানিলত অনেক সোণ-ৰূপৰ বাচন-অলঙ্কাৰ পালে বুলি কয়; মৈদামৰ ভিতৰত ঠায়ে ঠায়ে হাড় ওলাল।

৩। প্ৰমত্তসিংহ স্বৰ্গদেৱৰ পকী মৈদাম; তাক ১৬৭৩ শকত (ইং ১৭৫১ খৃঃত) বন্ধোৱা হৈছিল।

৪। শিৱসিংহ স্বৰ্গদেৱৰ পকী মৈদাম; তাক ১৬৬৬ শকত (ইং ১৭৪৪ খৃঃত) বন্ধোৱা হৈছিল।

৫। বৰৰজাৰ (অৰ্থাৎ ফুলেশ্বৰী আইকুৱঁৰীৰ) মৈদাম; তাত সোণৰ চেংচুলি, হীৰা-পতা কৌট, তিনি শাৰী ডালিমা, হীৰাপতা ৰেথা আদি অনেক বস্তু খানি পালে।

৬। গৌৰীনাথসিংহ স্বৰ্গদেৱৰ মৈদাম; সেইটো আনতকৈ সৰু।

৭। কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ মৈদাম।

৮। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ মৈদাম। লক্ষ্মীসিংহ আৰু ৰাজেশ্বৰ-সিংহৰ মৈদামত আটাইতকৈ সৰহ সম্পত্তি; ইয়াকো মানুহে কয়।

৯। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৈদাম। ইয়াত ৪টা মূৰ পোৱা গৈছে বুলি কয়।

১০। খোৰা-ৰজাৰ মৈদাম।

১১। এক দিহিঙ্গীয়া ৰজাৰ ( নাম জানিবলৈ উপায় নাই ) মৈদাম। তাক চুৰকৈ খানি প্ৰথমতে সোমালত বালি মাটি খহি মানুহৰ গাত পৰিল ; বাজত থকা মানুহে দুটা টানি উলিয়ালে, দুটা তাতে মৰিল। পিচে, ৰজাৰ মানুহে খানোতে মাটি খহি আকৌ এক দোৱনীয়া মানুহ পোত গৈছিল ; নগৰ মানুহে উলিয়াই আনিলে।

১২। গদাধৰসিংহ স্বৰ্গদেৱৰ মৈদাম অতি ডাঙৰ দেখি চুৰকৈ খানি মানুহে ভিতৰ সোমাব নোৱাৰিলে। পিচত পুৰন্দৰসিংহ স্বৰ্গদেৱৰ এশমান মানুহে দুমাহ খানি মৈদাম ফুটালে ; তিনিকুৰি হাতমান ওখ হৈছিল।

১৩। প্ৰতাপসিংহ ৰজাৰ মৈদাম ; চাহৰ বাৰীত আছিল, বজাই খনাইছিল।

চৰাইদেত এইবিলাক মৈদামকে আদি কৰি কোঁৱৰ, কুঁৱৰী সকলো বৰলোকৰ মৈদাম খানি দ্ৰব্য লুট কৰা হল। তাৰ পিচত গড়গাওঁ, শিৱসাগৰ, চাৰিং, জাজি এইবোৰ ঠাইতো মৈদাম খানি কোনো কোনো লোক আধামৰা হৈছিল। শিৱসাগৰ অৰ্জ্জুন বুঢ়াগোহাঁইৰ মৈদাম খানি কুটালত মানুহ এটা সোমাই ওলাব নোৱাৰি তাতে মৰিল।

---

# মছলমানে লিখা বিবৰণ।

মহাৰাজ জয়ধ্বজসিংহ স্বৰ্গদেৱৰ দিনত মীৰজুম্লা নবাবে অসম দেশ আক্ৰমণ কৰে। ইবণ মহম্মদ ওৱালি (১) নামে এজন কাকতী আক্ৰমণৰ সময়তো তেওঁৰ লগতে থাকে, মীৰজুম্লাই অসম ত্যাগ কৰাত কাকতীয়ে বঙ্গদেশলৈ গৈ ফঠীয়া-ই-ইব্ৰীয়াহ ( Fathiyah-i-Ibriah ) নামে এখনি (২) পাৰস্য ভাষাত পুথি লিখে। এই পুথিত মীৰজুম্লাৰ আক্ৰমণৰ বিবৰণৰ উপৰিও তদানীন্তন অসম আৰু অসমীয়াৰ বিবৰণ আছে। এই পুথিৰ লাগতীয়াল অংশৰ অনুবাদ আমি তলত দিলোঁঃ—

"ব্ৰহ্মপুত্ৰ নৈখনি অসমৰ পূবৰ পৰা পশ্চিমলৈ বৈছে, তাৰ উত্তৰ তীৰক 'উত্তৰ কুল' আৰু দক্ষিণ তীৰক 'দক্ষিণ কুল' বোলা হয়। উত্তৰ গুৱাহাটীৰ পৰা মিৰি আৰু মিছিমিবিলাকৰ দেশলৈকে বিস্তৃত।

দক্ষিণ কুল নাকীৰাণীৰ (৩) পৰা সদিয়ালৈকে বিস্তৃত। পৰ্ব্বতীয়া জাতিবোৰে আহোম ৰজাসকলকে কৰ নিদিয়ে, কিন্তু তেওঁলোকক বৰ ভয় কৰে আৰু ৰজাৰ ভালেমান আজ্ঞাও পালন কৰে। কিন্তু ডফলা-ইঁতে ৰজাক নামানে, আৰু আহোম ৰাজ্যত মাজে মাজে লুট কৰেহি।

কলিয়াবৰ আৰু গড়গাৱঁৰ অন্তৰ্গত ৰাজ্যত ভালকৈ খেতি-বাতি কৰা হয়। গোটেইখন ৰাজ্য ঘৰ আৰু বাৰীৰে পৰিপূৰ্ণ। আলিৰ কাষে কাষে বাঁহবাৰী। এই দেশত বাগিছা আৰু পথাৰবোৰ এনে দৰে সমান কৰা হয় যে, চকুৰে মনিব পৰালৈকে একো খাল বাম দেখা নাযায়; মোটৰ

---

(১) এওঁ চাহাবুদ্দিন টালিছ নামেও পৰিচিত।

(২) এই পুথিখনিক "তাৰিখ-ফট-ই-অসম" ( Tarikh-Fath-i-Assam ) অৰ্থাৎ 'অসম জয়ৰ বুৰঞ্জী'ও বোলা হয়। এই পুথি লিখাৰ কাল ৯ আগষ্ট ১৬৬২ৰ পৰা ১৩ মেই ১৬৬৩ খৃষ্টাব্দ।

( ৩ ) নাকীৰাণী গুৱাহাটীৰ কাষত থকা দেশীৰাণী নামে এটা পৰগণাৰ নাম।

ওপৰত, উত্তৰ কুলত ভালকৈ খেতি কৰা হয়। দক্ষিণ কুল স্বভাৱেৰে ৰক্ষিত, আৰু তাত সুকলমে অহা-যোৱা কৰিব পাৰি।

ব্ৰহ্মপুত্ৰৰ কাষৰ সকলো ঠাইৰে বায়ুপানী দেশী আৰু বিদেশী মানুহৰ নিমিত্তে স্বাস্থ্যকৰ কিন্তু এই নৈৰ নিলগত থকা ঠাইবোৰ সাংঘাতিক, দেশীসকলৰ নিমিত্তে হলে সাধাৰণতঃ স্বাস্থ্যকৰ। ইয়াত ৮ মাহ বাৰিষা হয়; এনে কি জাৰকালিতো বৰষুণ হোৱা দেখা যায়। জাৰকালি দেশত জ্বৰ হয়, কিন্তু তাত অকল দেশীসকলে হে ভোগে। অসমীয়াসকল কুষ্ঠ প্ৰভৃতি ৰোগৰ পৰা মুক্ত। পৰ্ব্বতীয়া বায়ুপানী দেশী আৰু বিদেশী উভয়ৰে নিমিত্তে সাংঘাতিক।

বঙ্গদেশত হোৱা ফল-ফুল অসমতো পোৱা যায়। কিন্তু ইয়াত এনে কিছুমান ফল আৰু ফুল পোৱা যায়, বঙ্গদেশত নালাগে ভাৰতৰ আন ঠাইতো পোৱা নাযায়। নাৰীকল আৰু নীম গছ ইয়াত অতি বিৰল।

জলকীয়া আৰু তেজপাত ( ৪ ) আৰু নানা তৰহৰ নেমুটেঙ্গা পোৱা যায়। আম ইয়াত প্ৰচুৰ পৰিমাণে পোৱা যায়, কিন্তু পুকীয়া। ইয়াৰ মাটিকঁঠালবোৰ ডাঙ্গৰ আৰু সোৱাদ। কলা, বঙ্গা আৰু বগা কুঁহিয়াৰবোৰ বৰ সোৱাদ, কিন্তু ইমান টান যে কামুৰিলে দাঁত ভাগো ভাগো হয়। আদাবোৰ ডাঙ্গৰ আৰু চনকা। পনীয়ালবোৰ বৰ সুন্দৰ; অনেকে বগৰীতকৈ পনীয়াল ভাল পায়।

চাউলেই দেশৰ প্ৰধান খাদ্য; এই দেশত সকলো বস্তুৱেই ভালকৈ হয়। লোণৰ বেচ বৰ বেচি। পৰ্ব্বতৰ নামনিবোৰত লোণ পোৱা যায়; কিন্তু সিয়ো বৰ তিতা। দেশবাসীসকলে কল গছ পুৰি খাৰ কৰে, তাকে লোনৰ সলনি ব্যৱহাৰ কৰে। এই দেশৰ হাঁহ আৰু পাৰবোৰ বৰ শকত। হাতীবোৰো বৰ ডাঙ্গৰ আৰু পৰ্ব্বতত বনৰীয়া হাতী পোৱা

( ৪ ) পুথিত জলকীয়াক "ফিলফিল" আৰু তেজপাতক "ছাদজ" বুলিছে।

যায়। গড়গাৱঁত ওখ আৰু শকত গোজেৰে বেৰা ভালেমান কোঁঠ আছে তাত হাতীবে ৰং-ধেমালি কৰা হয়।

ব্ৰহ্মপুত্ৰত সোণ পোৱা যায়; আৰু প্ৰায় দহ হেজাৰমান মানুহ বৰ্ত্তমান সোণ ধোৱা কামত নিযুক্ত। প্ৰত্যেক মানুহে গড়ে বছৰি এতোলাকৈ সোণ পায়, আৰু সেই সোণ ৰজাক শোধায়গৈ। সোণবোৰ সিমান বিশুদ্ধ নহয়; কিন্তু সোণৰ তোলাত ৮৷৯ টকা। দেশত কড়ি প্ৰচলিত। ৰজাৰ নামৰ মোহৰ আৰু টকাৰ প্ৰচলন অধিক; তামৰ মুদ্ৰা ইয়াত ব্যৱহৃত নহয়। উত্তৰ কুলত থকা মিৰি আৰু মিচিমিবোৰৰ দেশত আৰু গড়গাৱঁৰ পৰা প্ৰায় ১১ দিনৰ বাটত কস্তুৰী হৰিণ আৰু বনৰীয়া হাতী পোৱা যায়। ভাৰতৰ অন্যান্য ৰাজ্যৰ দৰে অসমতো কৰ তোলাৰ ব্যৱস্থা হোৱা হলে, ৰাজহ আৰু আন কৰৰ পৰা ৪৫ লাখ টকা পোৱা গলহেঁতেন। ইয়াত সৰহ কৰ তোলাৰ নিয়ম নাই; কিন্তু প্ৰতি ঘৰৰ পৰা প্ৰত্যেক তিনিজনৰ এজনে ৰজাৰ ঘৰত কাম কৰিব লাগে। কোনো লোকে কৰ্ত্তব্য সাধনত অলপ হীন-ডেঢ়ি ঘটালে বা এলাহ কৰিলে তাৰ প্ৰাণদণ্ডৰ আজ্ঞা হয়।

ভাৰতবৰ্ষৰ কোনো ৰজাই আজিলৈকে অসম জয় কৰিব পৰা নাই, এনে কি বিদেশীসকলেৰে সমাগমো সীমাবদ্ধ। সিহঁতে কোনো বিদেশীকে ৰাজ্যত সোমাব নিদিয়ে; আৰু নিজৰ মানুহক দেশ এৰিবলৈকো নিষেধ কৰে। ৰাজাজ্ঞা অনুসৰি বছৰি এদল অসমীয়াই গুৱাহাটী আৰু আহোম ৰাজ্যৰ সীমালৈ আহি সোণ, মৃগনাভি, তেজপাত, জলকীয়া আৰু পাত প্ৰভৃতি লোন, থাৰ, গন্ধক আৰু আন আন বেহানিৰে সলাই নিয়েহি। অসম দেশ প্ৰবেশ কৰোঁতে সেনাবোৰ ধ্বংসপ্ৰাপ্ত হয়, আৰু এজন পৰিব্ৰাজকেও এই দেশৰ পৰা নিৰাপদে ওলাই যাব পৰা নাই। এই দেশ আক্ৰমোতা সেনাসকল সদায় নিশা বিলুণ্ঠিত হয়। কোনো

বিদেশী সেনা এই দেশলৈ আহিলে দেশীসকলে পৰ্ব্বতলৈ গৈ বাৰিষালৈ বাট চাই থাকে। বাৰিষা বিদেশী সেনাসকল এটি এটিকৈ সিকলীয়া হবলৈ ধৰিলে, অসমীয়াবোৰে পৰ্ব্বতৰ পৰা নামি আহি অৱশিষ্ট বিদেশী সেনাক গঁত লগায়। অসম দেশ আক্ৰমণকাৰীসকলৰ ভাগ্যত ঘটা এই-বোৰ দশা দেখি ভাৰতবৰ্ষৰ মানুহে অসমীয়াক যাদুকৰ বুলি ভাবে; আৰু তন্ত্ৰমন্ত্ৰ গুচাবলৈ 'আচাম' শব্দটি ব্যৱহাৰ কৰে।

অসমীয়া ৰজাসকল বৰ গোঙ্গোৰা আৰু নিজৰ ক্ষমতা আৰু প্ৰজাৰ আধিক্যৰ নিমিত্তে অহঙ্কাৰী। বৰ্ত্তমান ৰজা জয়ধ্বজসিংহক 'স্বৰ্গী ৰজা' বোলে, কাৰণ হিন্দীত স্বৰ্গ-মানে আকাশ। এওঁ বিশ্বাস কৰে যে এওঁৰ কোনোবা এজন পূৰ্ব্বপুৰুষ স্বৰ্গৰ এদলৰ নেতা আছিল, তাৰ পিচত সোণৰ জখলাৰে স্বৰ্গৰ পৰা পৃথিবীলৈ নামি আহিছিল। দেশখন তেওঁৰ মানত বৰ সুন্দৰ লগাত তেওঁ পুনৰ স্বৰ্গলৈ নগৈ ইয়াতে থিতাপী হৈ ৰল। স্বৰ্গৰপৰা আহিছে বুলি ৰজাসকলক 'স্বৰ্গীৰজা' বা 'স্বৰ্গদেৱ' বোলা হয়। বৰ্ত্তমান ৰজাজন এওঁৰ পূৰ্ব্বপুৰুষসকলতকৈ বেচি অহঙ্কাৰী; এটি সামান্য দোষৰ নিমিত্তে এওঁ দোষী আৰু তাৰ গোটেই পৰিয়ালকে নষ্ট কৰে, নাইবা অলপ সন্দেহতে মানুহক বন্দী কৰে। তেওঁৰ কুঁৱৰীয়ে অকল ছোৱালীকে প্ৰসৱ কৰে। তেওঁ অপুত্ৰক গতিকে অসমত 'ৰজা হোৱা' শব্দটি কু-অৰ্থ বোধক। বিশেষতঃ গোটেই ৰজাৰ পৰিয়ালত এটিও পুত্ৰ সন্তান নাই। ৰজাজন হিন্দু, কিন্তু তেওঁ নিজকে ঈশ্বৰৰ অংশ বুলি বিশ্বাস কৰাৰ গতিকে মূৰ্ত্তিপূজাৰ পক্ষপাতী নহয়।

পূৰ্ব্বৱঙ্গত প্ৰচলিত থকা ভাষাবোৰতকৈ অসমীয়া বিলাকৰ ভাষা সম্পূৰ্ণ বেলেগ।

এই দেশৰ মুনিহবোৰ বৰ শকত আৱত। সিহঁতে আঠু কাঢ়ি সম্মান দেখুৱায়। ৰজা বা ফুকনৰ ওচৰলৈ গলে সিহঁতে আঠু কাঢ়ি

মাটিৰ ফালে চাই থাকে। সিহঁতে মূৰ আৰু ডাড়ি গোফ খুৰায়। কোনো জনে এই নিয়ম লঙ্ঘিলে বঙ্গালী হল বুলি আনসকলৰ দ্বাৰা নিন্দিত হয়।

গাধা, উট, ঘোৰা অসমত অতি বিৰল। এই দেশৰ মানুহে কেতিয়াবা এটা উট দেখিলে জুমে জুমে বেৰি চাবলৈ আহে। সিহঁতে ঘোৰালৈ বৰ ভয় কৰে। যদি এজন অশ্বাৰোহীয়ে এশ সজ্জিত অসমীয়াক আক্রমণ কৰে, সিহঁতে অস্ত্র-শস্ত্র এৰি পলাই ফাঁট মাৰে। কিন্তু এজন অসমীয়াই দহজন মছলমান পদাতিৰে সাক্ষাৎ হলে সিহঁতক নির্ভয়ে আক্রমণ কৰি ঘটুৱাবও পাৰে।

হাতী বেচা প্রথাটিক অসমীয়াসকলে ঘৃণনীয় দোষ বুলি ভাবে। ৰজা আৰু ফুকনসকলে সিংহাসনত আৰু দেশৰ সম্ভ্রান্ত ধনী ডাঙৰীয়া আৰু বিষয়া সকলে দোলাত উঠি ফুৰে। তেওঁলোকে হাওদাৰ সলনি বহিবলৈ এবিধ আসন তৈয়াৰী কৰে। পাগ, হলৌ চোলা, পায়জামা জোতাৰ ব্যৱহাৰ আৰু পাটীত শোৱা তেওঁলোকৰ ভিতৰত ইমান প্রচলিত নহয়। ইহঁতে মূৰত মাৰিবলৈ এখনি মোটা কানি, কঁকালত এখনি আৰু কানত পেলাই লবলৈ আৰু এখনি ব্যৱহাৰ কৰে। কিছুমান ধনী মানুহে বঙ্গা চোলা পিন্ধে, টকা থকা সকলে কাঠৰ শয্যাত শোৱে। অসমীয়াসকলে অধিক পৰিমাণে কেচা গুৱাৰ বাকলি গুচাই পাণেৰে সৈতে খায়। সিহঁতে সুন্দৰকৈ পাট আৰু মেজাঙ্কৰি কাপোৰ ব'ব পাৰে। সিহঁতে অতি পৰিপাটিকৈ একেচটা কাঠৰে পৰা পেৰা-পেতেৰা, টুল, মুঢ়া, পীৰা, চকী আৰু মাচিয়া কৰিব পাৰে। মই ৰজাৰ কেইবাখানও দুহাত বহল টুল দেখিছিলোঁ। এনে কি, এই টুলবোৰৰ ঠেঙ্গো একেচটা কাঠৰে, জোৰা লগা নহয়।

সিহঁতৰ যুজৰ নাওবোৰ বঙ্গালী 'কোচাৰ' দৰে। সিহঁতে সেই

বোৰক 'বচাৰী' নাও বোলে। এই দুবিধ নাৱৰ এয়ে প্ৰভেদ যে কোচা-বোৰৰ চৈত দুখনি তক্তা, কিন্তু বচাৰীবোৰত এখনি মাথোন তক্তা। বচাৰী নাও কোচাতকৈ অলপ লেহেম। গুৱাহাটীলৈ বেপাৰৰ নিমিত্তে যোৱা মাহত—অন্ততঃ ৩২০০০ মান বচাৰী আৰু কোচা আছে। যুদ্ধৰ নাও আৰু যুদ্ধলৈ যোৱা ঘৰুৱা মানুহৰ নাৱৰ সংখ্যা তাতোকৈ সৰহ, আৰু তাৰ আধাখিনিয়েই অসমীয়াৰ। নাওবোৰ চম্বল কাঠৰ তৈয়াৰী। তেনে কাঠৰ নাৱত যিমানেই বোজা হওক নহওক হঠাৎ ডুবিলে সেই নাও নৈৰ তলিত পৰি নাথাকেগৈ। আমাৰ অনেকে পৰীক্ষা কৰিছিল আৰু মই নিজেও ইয়াক পৰীক্ষা কৰি চাইছোঁ। সিহঁতৰ হিলৈ আৰু বৰটোপবোৰ সুকলমে চলাব পাৰি, আৰু সেইবোৰ তৈয়াৰী কৰোঁতে বৰ কৌশল আৰু কাৰীকৰী দেখা যায়, সিহঁতৰ থাৰ কেইবা বিধৰো।

গড়গাঁৱৰ দুৱাৰত থকা ঘৰ আৰু কেইটামান গোঁসাইঘৰৰ দেৱালয়ৰ বাহিৰে অসমৰ ঘৰবোৰ পকী নহয়, অৰ্থাৎ ইটা কিম্বা পাথৰেৰে তৈয়াৰী নহয়। ধনী কি নিৰ্ধনী সকলোৱে কাঠ বাঁহ নাইবা খেৰে ঘৰ সাজে।

এই দেশৰ প্ৰাচীন বাসীন্দাৰসকল দুই শ্ৰেণীৰ, [illegible]য়া আৰু কলিতা। কলিতাবোৰ পৰিশ্ৰম সহিব লগা কামত বাজে সকলো বিষয়তে নিপুণ। অসমীয়াসকল যুদ্ধ বিষয়ত পাকৈত। কিছুমান অসমীয়া সেনাই ৰাজধানী আৰু তাৰ কাষৰৰ ঠাইবোৰ আৰু ৰজাৰ টোল ৰক্ষা কৰে। সিহঁতক চাওদাং বোলা হয়। চাওদাংবোৰ ৰজাৰ বিশ্বাসযোগ্য ভৃত্য আৰু কটোৱাল। হিলৈ, ৰামচাঙ্গী, নাৰাচ, মিত দা, নাকৈদা, দীঘল শেল, বাঁহৰ ধেনু, তঙ্ক ধেনু, কাৰ্ফাই ধেনু আৰু জাঠী আদি ইহঁতৰ অস্ত্ৰ। যুদ্ধৰ সময়ত সকলো ব্যৱসায়ী আৰু ধনী খেতিয়কে যুদ্ধৰ কামত যোগদান কৰিব লাগে। এদল তাকৰ বগুৱাই হেজাৰটা শত্ৰুক ঘটুৱাব পাৰে, সিহঁতেই আচল অসমীয়া, কিন্তু সিহঁতৰ সংখ্যা

কুৰি হেজাৰতকৈ বেচি নহয়। সিহঁতে নিশা গৈ শত্রু সেনাক আক্রমণ কৰে, আৰু সেই কামৰ নিমিত্তে মঙ্গলবাৰটো ভাল বুলি বিবেচনা কৰে।

পূবৰ পিনে মূৰ আৰু পচিমৰ পিনে ভৰিকৈ সিহঁতে মৰাশ পোতে। সম্ভ্রান্ত সকলে তাৰ ওপৰত মৈদাম বান্ধে, মৃতকৰ বেটীবন্দীবোৰ, হাতী, সোণৰ আৰু ৰূপৰ বাচন, পাটৰ কাপোৰ আৰু ভালেমান দিনৰ জোখাই আহাৰ সেই মৈদামত থোৱা হয়। নবাবৰ (মীৰজুম্লাৰ) আদেশমতে এনে দহোটা মৈদাম খনাত প্রায় ৯০০০০্ টকাৰ সম্পত্তি পোৱা গৈছে। ৮০ বছৰৰ আগেয়ে বন্ধা এটা মৈদামত এটা পাণডান পোৱা হৈছে, আৰু তাৰ পাণ খনা সময়লৈকে কেচা আছিল। ৰশ্মিবেগ নামে আমাৰ মানুহ এটাই এই পাণডানটো পাই মোৰ আগত এই কথা কৈছিল।

এই দেশত পোৱা মছলমানবোৰ আচাৰ-ব্যৱহাৰত অসমীয়াৰ দৰে; ধৰ্ম্মতঃ সিহঁত মছলমান, কিন্তু নামত হে। প্রকৃতে আমাতকৈ অসমীয়াবোৰক সিহঁতে বেচি ভাল পায়। ইয়াত নিগাজিকৈ বসতি কৰা কেইজনমান মছলমানে উপাসনা আৰু উপবাস কৰে, কিন্তু আজান পঢ়িবলৈ আৰু বাহিৰত ঈশ্বৰৰ নাম লবলৈ নিষিদ্ধ।

গড় গাওঁ চহৰৰ চাৰিখনি পকী দুৱাৰ। ৰজাৰ ঘৰৰ পৰা প্রত্যেক খনিলৈ ৩ ক্রোশ দূৰৈ। নগৰৰ চৌপাশে বেপাৰৰ নিমিত্তে এটা ওখ আৰু বহল আলি। দুৰ্গৰ পৰিবৰ্ত্তে দুই ক্রোশ ব্যাসৰ বাঁহৰ কৌঁঠ। এই চহৰ খনি আন চহৰৰ দৰে নহয়; নগৰীয়া সকলৰ ঘৰবোৰ আলিৰ কাষৰৰ বাঁহৰ কৌঁঠৰ মাজতে। প্রত্যেক ঘৰৰ সন্মুখত এখনি এখনি বাগিছা আছে। সেই বাগিছাৰ এক অংশে আলিক আৰু আন অংশে ঘৰক স্পর্শ কৰিছে। ৰজাৰ ঘৰৰ কাষত আৰু দিখৌ নৈৰ দুই তীৰতে ডাঙ্গৰ ডাঙ্গৰ ঘৰ। ৰজাৰৰ আলিটো ঠেক। আমাৰ হাটৰ দৰে ইয়াত খাদ্য সামগ্রীৰ বিক্রী নহয়। প্রত্যেকে নিজৰ ভঁৰালত এবছৰৰ খোৱাক

মুগুত কৈ লয়; আৰু কোনেও কিনা—বেচা নকৰে। কেইবাখনিও গাৱঁৰ সমষ্টিৰ গতিকে চহৰখনি ডাঙৰ। ৰজাৰ ঘৰৰ চৌপাশে এটি আলি; তাৰ ওপৰত এটা বাঁহৰ কোঁঠ, আৰু তাৰ চাৰিও ফালে এটা গড় খাৱৈ, তাত এটা মানুহ অনায়াসে তল যাব, আৰু সি পানীৰে ভৰা। ইয়াৰ পৰিধি এক ক্রোশ চৈধ্য জৰিপ। ৰজাৰ চোলং (অর্থাৎ দেৱান-খানা) দীঘে ১২০ হাত, পথালিয়ে ৩০ হাত। ইয়াৰ ৬৬টা খুঁটা; প্রত্যেক খুঁটা পৰিধিত প্রায় ৪ হাত। খুঁটাবোৰ ইমান ডাঙৰ হলেও মহতা নহয়। অলঙ্কাৰ আৰু অতুলন বেহানিৰে সৈতে গোটেই টো ঘৰ পৰিপূর্ণ, তাৰ সৌন্দর্য্য ভাষাৰে বর্ণোৱা দুঃসাধ্য। এই সংসাৰত তুমি এনে ধুনীয়া অলঙ্কাৰপূর্ণ আৰু ছবিৰে সৈতে ভৰা শকত ঘৰ বিচাৰি নোপোৱা। এই ঘৰটিৰ কেইও ভাগ অসমীয়া কাঠৰ কাৰুকার্য্যেৰে সুশোভিত। ভিতৰত ডাঙৰ ডাঙৰ নিমজ পিতলৰ দাপোণ; সূর্য্যৰ ৰশ্মি তাৰ ওপৰত পৰিলে দেখোতা সকলৰ চকু জলক তপক্ কৰিবলৈ ধৰে। কথিত আছে, বোলে বাৰহেজাৰ বাঢ়ৈয়ে এবছৰ— মূৰত এই অট্টালিকাটি নির্ম্মাণ কৰে। ভিতৰত থকা খোটালী এটি- -নিহ ভাগত সম্মুখাসম্মুখি কৈ চাইটা খুঁটাত প্রত্যেকটোতে নটাকৈ ঘূৰণীয়া আঙঠি মেৰোৱা। ৰজাই এই খোটালীত বহিলে, তেওঁৰ আগত আৰু সেই খুঁটা কেইটাৰ মাজত এখনি আসন থোৱা হয়; আৰু ইয়াৰ ওপৰত আঙঠিৰে সৈতে হৰেক ৰকমৰ ন-খন চাঙটি চন্দোৱা তৰা হয়। ৰজাই তেতিয়া চন্দ্রাতপৰ তলৰ আসনত বহে। নকৰাচী সকলে মৃদঙ্গ আৰু দাও বজাবলৈ ধৰে। পিচত কোৱা বাদ্যটি ঘূৰণীয়া, কিন্তু চেপেটা; কিবাধাতুৰে গঢ়া, কোনো কামলৈ মন্ত্রীসকল আন ঠাইলৈ গলে এই বাদ্যটি বজোৱা হয়। চোলং ঘৰৰ সীমাৰ অলপ আঁতৰতে ৰজাৰ শোৱনী ঘৰ।

গড় গাব্ৰঁত ইন্নাৰ ৰাজেও, ভালেমান সুসজ্জিত, মজবুট, দীঘল, আহল বহল বিস্তীৰ্ণ আৰু চাৰিবে আবৃত ঘৰ আছে। এই ঘৰবোৰ অৱশ্যে দৰ্শনযোগ্য। কিন্তু হায়! এই ৰাজ্য আমাৰ সম্ৰাটে নিজৰ সাম্ৰাজ্যৰ অন্তৰ্গত কৰিব নোৱাৰিলে! কোনো বিধৰ্ম্মীয়ে, আমি পতিত হোৱা বিপদত নপৰাকৈ এই মনোৰম বস্তুবোৰ দেখিবলৈ নাপায়। ৰজাৰ ঘৰৰ কাষত ফুকন সকলৰ ঘৰ; প্ৰত্যেক ফুকনেই ৰজাৰ জোঁৱায়েক; আৰু প্ৰত্যেকৰে এখনি এখনি ধুনীয়া বাগিছা আৰু পুখুৰী আছে। বাস্তবিকে এই ঠাই ডোখৰ বৰ সুন্দৰ। ৰাজ্যৰ মাটি একেবাৰে সেমেকা হোৱাৰ গতিকে মানুহে বিলাক মজিয়াত নোশোৱে; মাটিৰ পৰা অলপ ওখত মাচাই কৰি তাতে শোৱে।

---

# আহোম ৰাজ্য পতনৰ কাৰণ।

১৮২৬ খৃষ্টাব্দত অসমত আহোমৰ আমোলৰ অন্ত পৰে। সেই ছোৱাত আহোমৰ ক্ষমতা একেবাৰে যে দুৰ্ব্বল হয়, তাৰ ঘাই কাৰণ মোৱামৰীয়াবিদ্ৰোহ। ফুলেশ্বৰী কুঁঞৰীয়ে বৰৰজা হৈ দুৰ্গা পূজাৰ দিনা মহন্তসকলৰ ধৰ্ম্ম নষ্ট নকৰা হলে এই বিদ্ৰোহ হবলৈ নাপায়; গতিকে আন আন কাৰণৰ লগত ফুলেশ্বৰী আই কুঁঞৰীয়ে বিহোৱা এই লাঞ্ছনাও আহোমৰাজ্য পতনৰ এটি প্ৰধান কাৰণ।

আহোমৰজাসকলৰ ভিতৰত জয়ধ্বজসিংহ স্বৰ্গদেৱে সৰ্ব্বপ্ৰথমে

হিন্দুধৰ্ম্ম গ্ৰহণ কৰে। তেওঁৰ দিনৰে পৰা হিন্দুধৰ্ম্মই ৰজাৰ হাতত বিশেষ সমাদৰ লভিবলৈ ধৰে, তাৰ লগে লগে আহোমৰ ৰাজত্বত ব্ৰাহ্মণৰ প্ৰতিপত্তিও এদোপ চৰিল।

মানৱপ্ৰকৃতি এনেকুৱা যে, যেতিয়া কোনো জনে কোনো মত বা ধৰ্ম্ম নতুনকৈ গ্ৰহণ কৰে, তেওঁ পোনতে সেই ধৰ্ম্মৰ প্ৰতি বিশেষ আসক্ত হৈ পৰে। এনে কি, বহুত দিনৰ পৰা সেই ধৰ্ম্ম বা মত অৱলম্বন কৰা মানুহতকৈ নতুন জনৰ আসক্তি চৰে হে ; সেই দেখি কালাপাহাৰে নিজৰ হিন্দুধৰ্ম্ম ত্যাগ কৰি ইচ্‌লাম ধৰ্ম্ম গ্ৰহণ কৰি হিন্দু ধৰ্ম্মৰ ওপৰত ইমান উৎপাত আৰম্ভ কৰে। তেওঁৰ কোপদৃষ্টিৰপৰা কামাখ্যা, হাজো প্ৰভৃতি ঠাইৰ দেৱদেৱীও সাৰিব নোৱাৰিলে। ইংলণ্ডতো সেইদৰে যেতিয়া পোনতে খৃষ্টীয় ধৰ্ম্মৰ আৱিৰ্ভাৱ হয়, সেই সময়ত ইংলণ্ডৰ ৰজাসকলে বৰ আগ্ৰহেৰে এই নতুন ধৰ্ম্ম প্ৰচাৰৰ ফালে মন দিলে ; পণ্ডিত সকলে কয়, বুৰঞ্জীত একে কাৰণত একে পৰিণাম হয়।

অসমতো সেয়ে হল। আহোমৰজাসকলে হিন্দুধৰ্ম্ম [illegible] কৰি তাৰ ফালে একেবাৰে আসক্ত হৈ পৰিল। পূৰ্ব্বে তেওঁলোকে অকল ৰাজ্যৰ মঙ্গলৰ পিনে একান্তমনে চাব পাৰিছিল, এতিয়া তেওঁলোকৰ মনোযোগ ডুকলীয়া হল। "কালক্ৰমে সিসকলৰ বাহুবলী ক্ষত্ৰিয়ৰ স্বভাৱ গুচি মুখবলী ব্ৰাহ্মণৰ স্বভাৱ হল।" দূৰদৰ্শী গদাধৰ সিংহ স্বৰ্গদেৱে এই দুৰ্ব্বলতা দেখা পাই তাৰ প্ৰতিকাৰ সাধনৰ নিমিত্তে পুৰুষাৰ্থ কৰিছিল, কিন্তু তেওঁৰ পৰবৰ্ত্তী ৰজাসকলৰ দিনত সেই দুৰ্ব্বলতা ক্ৰমে বাঢ়িবলৈ ধৰে। যি আহোম সেনাই চৈধ্যবাৰ মছলমান সেনাৰ আক্ৰমণ ব্যৰ্থ কৰি নিজৰ বিক্ৰম আৰু বাহুবলৰ বাবে শত্ৰুৰ সেনাপতিৰ পৰাও যশস্যা লাভ কৰিছিল, মোৱামৰীয়াইঁতৰ দৰে এদল তোপহিলৈ নাইকিয়া বণুৱাৰ আগত সেই অপৰাজেয় আহোম সেনাই পৰাজয় মানিব লগাত

পৰিল! তাতে আকৌ তেতিয়া আহোম ৰাজগগনৰ ভৰ দুপৰ! ইয়াক দুৰ্ব্বলতা বুবুলি আৰু কি বুলিব পাৰি?

আহোম ৰাজ্যৰ পতনৰ আৰু এটি ফটফটীয়া কাৰণ হৈছে আত্মকন্দল। আহোমৰ আমোলৰ শেহছোৱাত এই আত্মকন্দল যজ্ঞত পূৰ্ণাহুতি দিয়া হয়। ভাটীত বদনচন্দ্ৰ গুৱিয়াল, উজনীত মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়া। এওঁলোকৰ ভিতৰত গৃহ-কন্দলেই আহোমৰাজ্য পতনৰ মূল কাৰণ তাক বঢ়াই নকলেও হয়। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা, বদনচন্দ্ৰ বৰফুকন আৰু সংবাদমভূতৰ পুতেক প্ৰভৃতি ধুমকেতুৱে জন্মলৈ আহোম ৰাজ্য-গগনত বিদ্ৰোহ আৰু গৃহকন্দলৰ অমঙ্গলীয়া লক্ষণ বিস্তাৰ কৰে। প্ৰত্যেকে বিচাৰে,—"মই ৰাজ্যত কেনেকৈ ৰৰমূৰীয়া হওঁ," এই উচ্চ অভিলাষ সিদ্ধ কৰিবলৈ তেওঁলোকে যি উপায় অৱলম্বন কৰে, তাত আহোমৰাজ্যৰ ভেঁটী একেবাৰে থহি পৰে। আত্মকন্দলত ৰাজ্য পৰোঁ পৰোঁ, তাতে আকৌ মানৰ-অত্যাচাৰ!—এনেস্থলত আহোমৰাজ্য মঙ্গলে থকাটো অসম্ভৱ। জাতীয় শক্তিৰ অপচয় হোৱাত ছ-শ বছৰীয়া ৰাজত্বৰ পাচত অসমত আহোমৰ দিনৰ অন্ত পৰে।

---

# অসমত বুৰঞ্জীৰ চৰ্চ্চা।

আহোমৰ দীঘলীয়া ৰাজত্বৰ বিষয়ে জানিবলৈ আমাৰ আপোনা-আপুনি এটি ইচ্ছা জন্মে। এই ৰাজত্বৰ বিস্তৃত বুৰঞ্জীৰ অভাৱ নাই। বুৰঞ্জী লিখা বিখ্যাত আহোম জাতিয়ে অনেক জাতিক চেৰ পেলাই-ছিল। তেওঁলোকে অসমত ভৰি দিয়াৰ লগে লগে ইয়াত বুৰঞ্জী-

চৰ্চ্চাৰ আৰম্ভ হবলৈ ধৰিলে। আহোমসকল অহাৰ পূৰ্ব্বে অসমৰ সঠিক বুৰঞ্জী পাবলৈ নাই, তাৰ অনেকাংশ কিম্বদন্তী আৰু পুৰাণ আদিৰ মুখাপেক্ষী। তেৰ শতিকাৰ আৰম্ভণৰপৰা আমাৰ দেশৰ বুৰঞ্জীক প্ৰকৃত অৰ্থত বুৰঞ্জী বুলিব পাৰি। পোনতে বুৰঞ্জীবোৰ আহোম ভাষাত লিখা হৈছিল; তাৰ পাচত অসমীয়া ভাষাতো বুৰঞ্জী লিখাৰ প্ৰথা চলিবলৈ ধৰিলে। অসমত বুৰঞ্জীচৰ্চ্চাৰ ইমান উন্নতি হয় যে, বুৰঞ্জী লিখাৰ তদাৰক কৰিবলৈ আৰু নিজে লিখিবলৈ ৰজাঘৰীয়া এজন নিৰ্দ্দিষ্ট বিষয়া আছিল। সেই সময়ত প্ৰত্যেক ভদ্ৰসন্তানে দেশৰ বুৰঞ্জী জানিছিল। আন শিক্ষাৰ লগে লগে কোঁঞৰ সকলক সাধু কথাৰ দৰে বুৰঞ্জীৰ ঘটনা-বোৰ শিকোৱাৰ নিয়ম আছিল। অসমত যে অকল অসমৰ বুৰঞ্জীৰ হে চৰ্চ্চা আছিল এনে নহয়;—বঙ্গদেশ, কাশ্মীৰ প্ৰভৃতিৰ বুৰঞ্জীও আমাৰ ভাষাত লিখা হৈছিল। আৰু যিমান পৰা যায় সেই বুৰঞ্জীবোৰ সচিত্ৰ কৰা হৈছিল। আহোম আৰু অসমীয়া বুৰঞ্জীবোৰৰ এটি বিশেষগুণ এই যে, তাত "আন্দাজত কৰ্ম্মূটি মৰা" অভ্যাস নাই ; যুদ্ধ আৰু অন্যান্য ঘটনাবোৰৰ যথাযথ বিবৰণ পোৱা যায়, তাত অতিৰঞ্জন বা পক্ষপাতিতা দোষৰ চেকা নাই। ইয়াৰ এটা প্ৰমাণ এই যে, সেই বিৱৰণবোৰ মহমদ-মানে লিখা বুৰঞ্জীবোৰৰ লগত মিলে, আৰু এখন বুৰঞ্জীৰ বিৱৰণ আন এজনে লিখা আন এখনৰ লগত মিলে,—কাচিত হে যদি অমিল পোৱা যায়। ঘটনাৰ বছৰ দিন-বাৰ সঠিক কৈ উল্লেখ কৰাটো আমাৰ বুৰঞ্জী-বোৰৰ এটা বিশেষ লক্ষণ; চুৰমফা ৰজাৰ ৰাজত্বৰ বুৰঞ্জীৰ পৰা আমি এডুখৰি তলত টুকি দিলোঁ; তাৰ পৰা ইয়াৰ প্ৰমাণ পোৱা যাব।

"১৫৫৫ শকৰ শাওনৰ ১৩ দিন গতে শনিবাৰ ৰাতি ছয় দণ্ডত আই কুঞৰীয়ে ৰজাদেৱৰ ভায়েকক বুলিলে,—তোৰ পুতেৰেহে মোৰ পোক মাৰিলে, তাকো মই মাৰোঁ, উলিয়াই দে"। আৰু এঠাইত আছে,—

"ডাঙ্গৰীয়া আৰু আন আন বিষয়াসকলৰ কথা এবাৰ নোৱাৰি ১৫৬০ শকৰ ভাদৰ ১৩ দিন গতে শনিবাৰ প্ৰভাতে ভগনীয়া বজাদেৱক ভাঙ্গি কুৱঁৰীয়া জন বজাদেৱ হল।"

আহোমৰ দিনত অসমীয়া আৰু আহোম ভাষাত অলেখ বুৰঞ্জী লিখা হয়। কিন্তু ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ আদেশ মতে ৰাজ্যৰ বুৰঞ্জীবোৰ নষ্ট কৰা হয়। কীৰ্ত্তিচন্দ্ৰ পোনতে পাইকৰ শ্ৰেণীৰ আছিল; তেওঁৰ ক্ষমতা বঢ়াত ডাঙ্গৰীয়া সকল অসন্তুষ্ট হয়। নুমলী বৰ গোহাঁয়ে 'চকৰীফেটী' নামে এখনি বুৰঞ্জী লিখি তাত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ বংশ পুৰুষৰ সকলো আতি গুৰি উলিয়াই দিয়ে। বৰ গোহাঁয়ে লিখা বুৰঞ্জীত বাজে আন বুৰঞ্জীতো তেওঁৰ বংশৰ বৃত্তান্ত আছে বুলি সন্দেহ কৰি তেওঁ সেইবোৰ পুৰিবলৈ আদেশ প্ৰচাৰ কৰে। মোগল সম্ৰাট আওৰংজেবৰ আদেশলৈ কেৰেপ নকৰি যেনেকৈ থাঁফি খাঁই বুৰঞ্জী লিখিছিল, সেই দৰে লুকুৱাই চুৰ কৈ বহুত অসমীয়া থাফি খাঁই অসম দেশৰ বৃত্তান্ত কাহিনী কীৰ্ত্তিচন্দ্ৰৰ বুৰঞ্জীদাহযজ্ঞত সমৰ্পণ নকৰি সযত্নে ৰক্ষা কৰে। এই অসমীয়া থাফিখাঁসকলৰ অনুগ্ৰহত আমি এতিয়াও অসমৰ বুৰঞ্জী পাইছোঁ। কিন্তু কীৰ্ত্তিচন্দ্ৰৰ এই কলঙ্ক-কীৰ্ত্তিৰ বাবে আমাৰ ভালেমান বুৰঞ্জীৰ চিন-মোকাম নাইকিয়া হল। কীৰ্ত্তিচন্দ্ৰৰ দৃষ্টিৰ পৰা যিবোৰ বুৰঞ্জীয়ে পৰিত্ৰাণ পায়, মানৰ দিনৰ উৎপাতত তাৰ শৰহ ভাগৰে লোপ হয়। সেই দেখি অসমত এতিয়া বুৰঞ্জী উভৈনদী নহয়। এই বুৰঞ্জীবোৰৰ সংখ্যা অতিপাত বেচি নহলেও নিতান্ত তাকৰ নহয়। মিষ্টাৰ গেইটৰ আসাম বুৰঞ্জীৰ পাতনিত সেই বিষয়ে ভালকৈ জনা যায়। জীৱিত বুৰঞ্জীবোৰৰ সদ্ব্যৱহাৰ কৰিলে এতিয়াও অসমৰ সুবৃহৎ বুৰঞ্জী লিখিবৰ সঁজুলি ওলাব।

আগৰ অসমীয়া বুৰঞ্জীবোৰৰ ভাষা নিভাঁজ অসমীয়া, তাত বাৰে-

বঙ্গলুৱা শব্দৰ সমাগম নাই। বহুত লুপ্ত অসমীয়া শব্দ সেই বুৰঞ্জীবোৰত পোৱা যায়। আহোম ভাষাৰ অস্তিত্বও আজিকালি যাইকৈ আছে সেই বুৰঞ্জীবোৰত হে। সেই বুৰঞ্জী বুজিব পৰা মানুহৰ সংখ্যা এতিয়া পৰালি পৰি আহিছে। ৰক্ষণশীলসকলৰ যাই ধৰনী বাইলুং, দেওধাইসকলে আহোম ভাষা পাহৰি আহিবলৈ ধৰিছে।

---

# সামৰণি।

আমি ইমানতে "আহোমৰ দিনৰ" সামৰণি মাৰিলোঁ। আশা কৰোঁ আহোমৰ শাসন-প্ৰণালী, সমাজ আৰু সেইকালৰ অসমীয়া প্ৰজাৰ বিষয়ে বাইজে ইয়াৰ পৰা অলপ-অচৰপ জানিব পাৰিব। সামৰণিত আমাৰ এই কব লগীয়া যে, আহোমৰ দিনৰ বিষয়ে যি জনা যায় তাক এই সময়ত প্ৰকাশ কৰি লিপিবদ্ধ কৰি থোৱা উচিত। নহলে পাচলৈ কালৰ গতিত সেই কথাবোৰ আধা সত্য আৰু আধা কিম্বদন্তীৰ ধুঁৱলী কুঁৱলীত লুপ্ত হবগৈ। আমি শুনিবলৈ পাইছোঁ আহোমৰ বিষয়ে জনা প্ৰাচীন কালৰ মানুহ এতিয়াও ঠায়ে ঠায়ে পোৱা যায়; তেওঁলোকৰ মুখৰ পৰা যি শুনা যায় তাক সংগ্ৰহ কৰি থলে ভবিষ্যৎযুগৰ শিক্ষকসকলৰ পৰম উপকাৰ হব।

আমি আৰু শুনিছোঁ, উজনিৰ ৰং-ঘৰ,—তলাতলঘৰ, কাৰেংঘৰ প্ৰভৃতিৰ তলা-নলা জনা মানুহ আছে; তেওঁলোকৰ পৰা আহোম ৰাজভৱনৰ বিৱৰণ জানিব পাৰি। উদ্যোগীসকল সেইবোৰ লিপিবদ্ধ কৰাত ব্ৰতী হয় যেন।

পুৰণি কথা প্ৰকাশ কৰিলে যে অকল বৰ্ত্তমান যুগত প্ৰত্নজ্ঞান বিস্তাৰ কৰা হয় এনে নহয়, লগে লগে ভবিষ্যতৰ অনেক মহৎ কাৰ্য্যৰ ভেঁটী

বন্ধোৱা হয়। তাৰ ওপৰত ভবিষ্যতে তথ্যাপিপাসু সকলে অতীত আৰু বৰ্ত্তমানৰ সামঞ্জস্য ৰাখি অপূৰ্ব্ব জ্ঞান-মন্দিৰ প্ৰতিষ্ঠা কৰিব পাৰে।

---

# ওপৰঞ্চি।

## আহোম স্বৰ্গদেৱ আৰু ঘাই বিষয়াসকলৰ নাম।

(ৰজা, বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, বৰবৰুৱা, বৰফুকন।)

১। চুকাফা—১২২৮ খ্ৰীঃ—১২৬৮ খ্ৰীঃ।

বুঢ়াগোহাঁই,—থাওমুক্লিংলুং-মাং ৰায়। বৰগোহাঁই,—থাওমুংকালং।

২। চুতেউফা। ১২৬৮—৮১।

বুঢ়াগোহাই,—থাওকৰু। বৰগোহাঁই,—চাওবিন।

৩। চুবিনফা। ১২৮১—৯৩।

বুঢ়াগোহাঁই,—থাওকৰু। বৰগোহাঁই,—১। চাওবিন। ২। চাও-পাংবওক।

৪। চুখাংফা ১২৯৩—১৩৩২।

বুঢ়াগোহাঁই,—থাওকৰু। বৰগোহাঁই,—চাওপাংবওক।

৫। চুখ্ৰাংফা। ১৩৩২—৬৪।

বুঢ়াগোহাঁই,—চাওফ্ৰুংডাম। বৰগোহাঁই,—খুনতানাকৰ তাক্ৰিখিন।

৬। চুতুফা। ১৩৬৪—৭৬।

বুঢ়াগোহাঁই,—চাওফ্ৰুংডাম। বৰগোহাঁই,—তাক্ৰিখিন।

## ১৫। চুক্লেন্মুং। ১৫৩৯—৫২।

বুঢ়াগোহাঁই,—১ম নাংনাই, ২য় লাপেত, ৩য় আইথেক ৰাজমন্ত্ৰী। বৰ গোহাঁই,—তনখাম। বৰপাত্ৰ গোহাঁই,—কনজাং।

## ১৬। চুখামফা খোৰাৰজা। ১৫৫২—১৬১১।

বুঢ়াগোহাঁই,—চাওপেত। বৰগোহাঁই,—তনখাম। বৰপাত্ৰ গোহাঁই-বলিয়া।

## ১৭। চুচেংফা। ১৬১১—১৬৪৯।

বুঢ়াগোহাঁই,—১ম থকবক ৰাজমন্ত্ৰী, ২য় শুকুলা হুহু। বৰগোহাঁই,—১ম থামপেত, ২য় চেংমুন সুনীয়া দতা, ৩য় থামচিন, ৪ৰ্থ সোলা, ৫ম বেকা, ৬ষ্ঠ সকবুঢ়া, ৭ম পিলিঙ্গা, ৮ম সক বুঢ়া। বৰপাত্ৰ গোহাঁই,—১ম ওলেযোৰা, ২য় মৰাণৰ লাকো ৰাজমন্ত্ৰী।

**বৰবৰুৱা** ( প্ৰথম সৃষ্টি ), মোমাই তামুলী।

**বৰফুকন** ( প্ৰথম সৃষ্টি ), মোমাই তামুলী।

**বৰফুকন** ( প্ৰথম সৃষ্টি ),—১ম পানীশিঙ্গীয়া, ২য় নেওগ, ৩য় হালঠি ঠেঙ্গা, ৪ৰ্থ পিকচাই, ৫ম সকচকুৱা, ৬ষ্ঠ পিকচাই, ৭ম পানীশিঙ্গীয়া।

## ১৮। চুৰমফা। ১৬৪৯—৫২।

বুঢ়াগোহাঁই,—শুকুলা হুহু। বৰগোহাঁই,—সকবুঢ়া। বৰপাত্ৰ গোহাঁই—লাকো। বৰবৰুৱা :—লাহো। বৰফুকন—

## ১৯। চুতিংফা। ১৬৫২—৫৪।

বুঢ়াগোহাঁই :—১ম শুকুলা হুহু ; ২য় সৰিয়হ ; ৩য় হাতী পোৱালী ; ৪ৰ্থ শুকুলা হুহু। বৰগোহাঁই,—১ম সকবুঢ়া, ২য় চপৰাখোৱা, ৩য় সকবুঢ়া

(ক) ১ম অৰাজকতা। ১৩৭৬—৮০।

৭। ত্যাওখামথি। ১৩৮০—৮৯।

বুঢ়াগোহাঁই,—চাওখাইথুম। বৰগোহাঁই,—ত্যাতানবিন।

(খ) ২য় অৰাজকতা। ১৩৮৯—৯৮।

৮। চুডাংফা বামুনীকোঁৱৰ। ১৩৯৮—১৪০৭।

বুঢ়াগোহাঁই,—চাওখাইথুম। বৰগোহাঁই,—ত্যাতানবিন।

৯। চুজাংফা। ১৪০৭—১৪২২।

বুঢ়াগোহাঁই,—চাওখাইথুম। বৰগোহাঁই,—নাংচুথাম।

১০। চুফকফা। ১৪২২—৩৯।

বুঢ়াগোহাঁই,—খেনলুং। বৰগোহাঁই,—নাংনিম।

১১। চুচেনফা। ১৪৩৯—৮৮।

বুঢ়াগোহাঁই,—খেনলুং। বৰগোহাঁই,—নাংনিম।

১২। চুহেনফা। ১৪৮৮—৯৩।

বুঢ়াগোহাঁই,—খেনলুং। বৰগোহাঁই,—১ম ত্যাওকাংবানবেক, ২য় নাংবাং।

১৩। চুপিমফা। ১৪৯৩—৯৭।

বুঢ়াগোহাঁই,—ফনলুং থামপেং ৰাজমন্ত্ৰী। বৰগোহাঁই—নাংবাং।

১৪। চুহুম্মুং। ১৪৯৭—৩৯।

বুঢ়াগোহাঁই,—১ম ফনলুং থামপেং, ২য় ত্যাওচাং, ৩য় লাঙ্গিধুপুৰা। বৰগোহাঁই,—১ম ফাচেন মুং ৰাজমন্ত্ৰী, ২য় কিলিংথাম, ৩য় তনথাম ৰাজমন্ত্ৰী। বৰপাত্ৰ গোহাঁই (প্ৰথম সৃষ্টি)—কনচেং ৰাজমন্ত্ৰী।

ৰাজমন্ত্ৰী। ৰৰপাত্ৰ গোহাঁই:—১ম লাকো, ২য় টৈমা বানচঙ্গীয়া। ৰৰৱৰুৱা,—১ম হাতীপোৱালী, ২য় টংচু। ৰৰফুকন,—

## ২০। জয়ধ্বজ সিংহ। ১৬৫৪—৬৩।

বুঢ়াগোহাঁই,—১ম শুকুলা হুহু, ২য় লেচাম, ৩য় আতন। ৰৰগোহাঁই,—১ম লেচাই, ২য় লাঙ্গি চং। ৰৰপাত্ৰ গোহাঁই,—১ম লাই, ২য় চেৰেলীয়া, ৩য় ভগা। ৰৰবৰুৱা,—১ম টঙ্গচু, ২য় বেং খোৱা। ৰৰ-ফুকন,—বাহুলি।

## ২১। চক্ৰধ্বজ সিংহ। ১৬৬৩—৭০।

বুঢ়াগোহাঁই,—আতন ৰাজমন্ত্ৰী। ৰৰ গোহাঁই,—লাঙ্গি চং ১ম। ৰৰ পাত্ৰ গোহাঁই, ১ম লাঙ্গি, ২য় লাতাও। ৰৰবৰুৱা—ঘোৰাকোঁৱৰ। ৰৰফুকন,—১ম ঘোৰাকোঁৱৰ, ২য় লাছিত।

## ২২। উদয়াদিত্য। ১৬৭০—৭২।

বুঢ়াগোহাঁই,—আতন ৰাজমন্ত্ৰী। ৰৰ গোহাঁই,—লাঙ্গি চং। ৰৰপাত্ৰ গোহাঁই,—১ম হাবি। ২য় চপা। ৰৰবৰুৱা,—১ম পেলন, ২য় দেবেৰা। ৰৰফুকন,—লালুক সোলা।

## ২৩। ৰামধ্বজসিংহ। ১৬৭২—৭৪।

বুঢ়াগোহাঁই,—আতন ৰাজমন্ত্ৰী। ৰৰগোহাঁই,—চেং মুং। ৰৰ পাত্ৰ গোহাঁই—চপা। ৰৰবৰুৱা,—দেবেৰা। ৰৰফুকন,—লালুক সোলা।

## ২৪। চহুং। ১৬৭৪ এমাহ।

বুঢ়াগোহাঁই,—আতন ৰাজমন্ত্ৰী। ৰৰ গোহাঁই,—চেং মুং। ৰৰ পাত্ৰ গোহাঁই,—চপা। ৰৰবৰুৱা—দেবেৰা। ৰৰফুকন,—লালুক সোলা।

২৫। গোৱৰ ৰজা। ২০ দিন।

বুঢ়াগোহাঁই,—আতন ৰাজমন্ত্ৰী। বৰগোহাঁই,—চেং মুং। বৰপাত্ৰ গোহাঁই,—চপা। বৰবৰুৱা,—দেবেৰা। বৰফুকন,—লালুক সোলা।

২৬। চুজিনফা। ১৬৭৪—৭৭।

বুঢ়াগোহাঁই,—আতন ৰাজমন্ত্ৰী। বৰগোহাঁই,—লালুক। বৰপাত্ৰ গোহাঁই.—চপা। বৰবৰুৱা,—কিৰকিৰীয়া। বৰফুকন,—লালুক সোলা।

২৭। চুদৈফা। ১৬৭৭—৭৯।

বুঢ়াগোহাঁই, ;—দীঘলা ৰাজমন্ত্ৰী। বৰগোহাঁই,—সেন। বৰপাত্ৰ গোহাঁই ঃ—লেচামকলা। বৰবৰুৱা,—১ম মেচা, ২য় চক্ৰপাণি। বৰ-ফুকন,—লালুক সোলা।

২৮। লৰাৰজা। ১৬৭৯—৮১।

বুঢ়াগোহাঁই ;—দীঘলা ৰাজমন্ত্ৰী। বৰগোহাঁই ঃ—লাইথেপেনা। বৰপাত্ৰ গোহাঁই,—লেচামকলা। বৰবৰুৱাঃ—১ম মৰঙ্গী। ২য় আলনবুঢ়া। বৰফুকন,—১ম ভাৰধৰা, ২য় বন্দৰ।

২৯। গদাধৰ সিংহ। ১৬৮১—৯৫।

বুঢ়াগোহাঁই;—১ম মৌ, ২য় থামপেং। বৰগোহাঁই,—লাইথেপে-না ৰাজমন্ত্ৰী, বৰপাত্ৰগোহাঁই,—আচুক। বৰবৰুৱা,—টেমা। বৰ-ফুকন,—সন্দিকৈ।

৩০। ৰুদ্ৰসিংহ। ১৬৯৫—১৭১৪।

বুঢ়াগোহাঁই,—১ম লাইচং ২য় আফুৱা, ৩য় থামপাত। বৰগো-হাঁই.—কমলাকান্ত ৰাজমন্ত্ৰী। বৰপাত্ৰগোহাঁই,—চেংকং ৰাজমন্ত্ৰী। বৰবৰুৱা, ১ম বুঢ়া, ২য় পাতৰৰ কোটা, ৩য় দিহিঙ্গীয়াল ডেকা, ৪র্থ সন্দিকৈ বৰাগী। বৰ ফুকন,—১ম বৰজনা, ২য় পাতৰ।

## ৩১। শিৱসিংহ। ১৭১৪—১৭৪৪।

বুঢ়াগোহাঁই,,—১ম বায়ন, ২য় ডোমাই ৩য় চেং মুং। বৰগোহাঁই,—১ম হৰিনাথ ৰাজমন্ত্ৰী, ২য় ঠানুনাথ। বৰপাত্ৰ গোহাঁই,—১ম পৰমানন্দ, ২য় হৰিনাথ। বৰবৰুৱা,—১ম বুঢ়াদদাই, ২য় ৰূপচন্দ্ৰ। বৰফুকন,—১ম বিজয় তৰুণ দুৱৰা, ২য় দেবেৰা, ৩য় ডেকা দুৱৰা।

## ৩২। প্ৰমত্তসিংহ।—১৭৪৪—৫১।

বুঢ়াগোহাঁই,—সোনাই, বৰ গোহাঁই খামচেং দলবন্ধা ৰাজমন্ত্ৰী। বৰপাত্ৰ গোহাঁই,—মৃত্যুঞ্জয়। বৰবৰুৱা,—কীৰ্ত্তিচন্দ্ৰ (গেন্ধেলা)। বৰফুকন,—ডেকা দুৱৰা।

## ৩৩। ৰাজেশ্বৰ সিংহ। ১৭৫১—৬৯।

বুঢ়াগোহাঁই,—১ম চাংমাই কলীয়া, ২য় ভগী। বৰগোহাঁই,—১ম নুমলী ৰাজমন্ত্ৰী, ২য় ৰৰজনা। বৰপাত্ৰ গোহাঁই,—১ম কম্বুকণ্ঠ, ২য় লাচেঙ্গীয়াল ৰাজমন্ত্ৰী। বৰবৰুৱা,—কীৰ্ত্তিচন্দ্ৰ। বৰফুকন,—১ম বহিখোৱা, ২য় তামূলী।

## ৩৪। লক্ষ্মীসিংহ। ১৭৬৯—৮০।

বুঢ়াগোহাঁই,—১ম ভগী, হয় ঘনশ্যাম। বৰগোহাঁই,—বাইলুং ৰাজমন্ত্ৰী। বৰপাত্ৰ গোহাঁই,—১ম মৰাণ, ২য় তৎপুত্ৰ, ৩য় কদ্ৰেশ্বৰ। বৰবৰুৱা,—১ম ভদ্ৰসেন, ২য় আদাবৰীয়া শিৱৰাম। বৰফুকন—১ম কাশী, ২য় লাহন।

## ৩৫। গৌৰীনাথ সিংহ। ১৭৮০—৯৫।

বুঢ়াগোহাঁই,—১ম ঘনশ্যাম ৰাজমন্ত্ৰী ২য় পুৰ্ণানন্দ ৰাজমন্ত্ৰী। বৰগোহাঁই,—১ম বিশ্বনাৰায়ণ, ২য় নিৰ্ভয় নাৰায়ণ, ৩য় গঙ্গাৰাম, ৪ৰ্থ নিৰ্ভয়

নাৰায়ণ। বৰপাত্ৰগোহাঁই,—১ম রুদ্রেশ্বৰ ৰাজমন্ত্ৰী, ২য় অনি। বৰ-বৰুৱা,—১ম শিৱনাথ, ২য় নামতিয়ালৰ ভাগতী, ৩য় জয়নাথ, ৪ৰ্থ বাচক-টীয়া। বৰফুকন,—১ম সেনাপতি হৰনাথ, ২য় সন্দিকৈ গগৈ, ৩য় দিহিঙীয়া মেধি, ৪ৰ্থ শিৱনাথ, ৫ম বুঢ়াচেটীয়া, ৬ষ্ঠ হৰনাথৰ পুত্ৰ ঘিনাই বদনচন্দ্ৰ।

## ৩৬। কমলেশ্বৰ সিংহ। ১৭৯৫—১৮১০।

বুঢ়াগোহাঁই,—পূৰ্ণানন্দ ৰাজমন্ত্ৰী। বৰগোহাঁই,—১ম গঙ্গাৰাম, ২য় নৰহৰি। বৰপাত্ৰগোহাঁই,—১ম অনি, ২য় দুৰ্গেশ্বৰ। বৰবৰুৱা,—১ম ভদৰী, ২য় শ্ৰীনাথ, ৩য় দেউৰাম। বৰফুকন,—১ম গেন্ধেলা ৰাজখোৱা বা কলীয়া ভোমোৰা, ২য়, প্ৰতাপবল্লভ।

## ৩৭। চন্দ্ৰকান্ত সিংহ। ১৮১০—১৭।

বুঢ়াগোহাঁই,—১ম পূৰ্ণানন্দ, ২য় ৰুচিনাথ ৰাজমন্ত্ৰী। বৰগোহাঁই,—১ম নিৰ্ভয়নাৰায়ণ ৰাজমন্ত্ৰী। বৰপাত্ৰগোহাঁই,—১ম দুৰ্গেশ্বৰ, ২য় দণ্ডেশ্বৰ' ৩য় ধনী। বৰবৰুৱা,—১ম দেউৰাম, ২য় শ্ৰীনাথ, ৩য় সন্দিকৈ। বৰ-ফুকন,—১ম প্ৰতাপবল্লভ, ২য় বদনচন্দ্ৰ, ৩য় ঘনশ্যাম।

## ৩৮। পুৰন্দৰ সিংহ। ১৮১৭—১৮।

বুঢ়াগোহাঁই,—ৰুচিনাথ ৰাজমন্ত্ৰী। বৰগোহাঁই,—১ম মালভোগ, ২য় নিৰ্ভয়নাৰায়ণ। বৰপাত্ৰগোহাঁই, বৰবৰুৱা,—১ম ধনী, ২য় ঘিনাই,—৩য় ভিকো, ৪ৰ্থ ধনী। বৰফুকন,—১ম ঘনশ্যামৰ পুত্ৰ নিৰ্গুণ, ২য় সন্দিকৈ গগৈ, ৩য় ভীষ্ম, ৪ৰ্থ ঘিনাই।

## ৩৯। চন্দ্ৰকান্ত সিংহ। (২য় বাৰ) ১৮১৮—২১।

বুঢ়াগোহাঁই,—কলীয়া। বৰগোহাঁই,—১ম গোবিন্দ, ২য় ধনঞ্জয়। বৰপাত্ৰগোহাঁই,—১ম ধনী, ২য় ধৰাসন। বৰবৰুৱা,—১ম যুতকীয়া,

২য় পন্তাৰন, ৩য় ভদ্ৰচন্দ্ৰ, ৪ৰ্থ বাধানাথ। ববফুকন,—১ম জন্মি, ২য় ভদ্ৰ চন্দ্ৰ, ৩য় লম্বোদৰ।

## ৪০। যোগেশ্বৰ সিংহ। ১৮২২—২৪।

বুঢ়াগোহাঁই,—১ম ৰূপেশ্বৰ, ২য় মন। বৰগোহাঁই,—ফোটালৰ পুতেক। বৰপাত্ৰগোহাঁই,—পিজলী। বৰবৰুৱা,—১ম বজাবৰ, ২য় পিয়লী, ৩য় বালী, ৪ৰ্থ ভদ্ৰচন্দ্ৰ। বৰফুকন,—১ম লুখুৰাসন, ২য় বগাদমবা।



সকলোৰে সুপৰিচিত সাহিত্যিক

## শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা এম্-এ প্ৰণীত

(১) অসমীয়া বাইজৰ হেপাহৰ

# নিৰ্ম্মালি

"নিৰ্ম্মালি"—কবিতাৰ শৰাই। মাহিলি কাকতত ভূঞাদেৱৰ কবিতাৰ সোৱাদ পাই অসমৰ কেবা ঠাইৰ পৰা তেখেতৰ কবিতাৱলী ছপাই উলিয়াবলৈ আমালৈ অনুৰোধ আহে। সেই উৎসাহত আমি তাক ৰাইজৰ আগলৈ উলিয়াইছোঁ, ধনখৰছলৈ আমি ভ্ৰূক্ষেপ কৰা নাই, যাতে আমাৰ সাহিত্যত বাহিৰে জকমক্ ভিতৰি কবিত্বপূৰ্ণ কাব্যগ্ৰন্থ সোমায় সেয়ে আমাৰ প্ৰধান চেষ্টা। সুন্দৰ ছপা ধুনীয়া এন্টিক কাগজত ৰঙীন চিয়াহীৰে। লেখকৰ হাফ্‌টোন ছবিৰে সৈতে বিতোপনকৈ পকা বন্ধা ১৮০ পিঠিৰ ডাঙৰ গ্ৰন্থ। বিয়াই-সবাহে বিহুৰে নিমন্ত্ৰণে প্ৰিয়জনক উপহাৰ দিবলৈ ইয়াতকৈ আৰু মনোমোহা বস্তু নোলাব। বেচ ১৲ এটকা।

**মতামত।—**

(ক) প্ৰবীণ সাহিত্যিক, পুৰণি "জোনাকীৰ" সম্পাদক, "ফুলৰ চাকি" প্ৰণেতা সুকবি **শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী** ই-এ-চি ডাঙৰীয়াই কয়,—

"নটৈক ছপা হোৱা তোমাৰ 'নিৰ্ম্মালি' কিতাপখনি ঠায়ে ঠায়ে পঢ়ি

চাই বৰ ভাল পালোঁ। বহুত দিন আমাৰ ভাষাত এনে সুললিত গীতি কবিতা পঢ়া মনত নপৰে। যি কেইটা কবিতা পঢ়িলোঁ তাৰ প্ৰতিটোতে তোমাৰ কবিত্বশক্তিৰ বিকাশ দেখি বৰ আনন্দ পালোঁ তোমাৰ এই কিতাপখনি ছপা হৈ ওলালে, মোৰ বিশ্বাস সকলো সাহিত্যা-নুৰাগী অসমীয়াই ইয়াক আগ্ৰহেৰে পঢ়িব।”

* * *

(খ সুবিজ্ঞ সাহিত্যিক ‘সাৰথি’ ‘সাহিত্যবিচাৰ’ প্ৰণেতা **শ্ৰীযুত সত্যনাথ বৰা** বি-এল্ ডাঙৰীয়াই লিখিছে,—

“নিৰ্ম্মালি”—শ্ৰীযুক্ত সূৰ্য্যকুমাৰ ভূঞাৰ ৰচিত এখন কবিতা পুথি। ইয়াত নানা বিষয়ৰ কবিতা আছে। কবিতা এটাই বিলাকৰ ভাৰ মধুৰ, আৰু ভণিতা ইমান ললিত যে তাক চৰাইৰ সুহুৰি বা বাঁহীৰ মাতেও চেৰ পেলাব নোৱাৰে।”

* * *

(গ) কলিকাতা প্ৰেচিডেন্সী কলেজৰ গাত লগা ইডেন হিন্দু হোষ্টেলৰ কবিসম্মিলনীত কবিতা লিখি ভূঞাদেৱে পুৰস্কাৰ পাওঁতে পূজনীয় চাৰ গুৰুদাস বন্দ্যোপাধ্যায়ৰ সভাপতিত্বত হোৱা বঁটা-বিতৰণী সভাত হাইকোৰ্টৰ সুপ্ৰসিদ্ধ উকীল **শ্ৰীযুত শিবাপ্ৰসন্ন ভট্টাচাৰ্য্য** বি-এল্ ডাঙৰীয়াই কৈছিল, --

“এই নবীন কবিজন কোন মই তেওঁক সাক্ষাতে নেজানো। যেয়ে হওক, সময়ত তেওঁ এজন ডাঙৰ কবি হ’ব মোৰ ধ্ৰুৱ বিশ্বাস।”

[ ২ ] অসমীয়া প্রত্ন সাহিত্যৰ অমূল্য ৰত্ন

# আহোমৰ দিন

ইন্দ্ৰবংশী আহোম ৰজাসকলৰ ৬০০ বছৰীয়া ৰাজত্বৰ বিষয়ে আপুনি জানিব লোখোজেনে? তেওঁলোকৰ শাসন প্ৰণালী, সামাজিক নিয়ম, দা— ডাঙৰীয়া বৰুৱা ফুকন সকলৰ বাব, বিদেশীৰ বিৱৰণ সকলো ইয়াতে পাব। অসমীয়া, এই আত্মবিস্মৃতিৰ যুগত 'আহোমৰ দিন' পঢ়ি আত্মপৰিচয় লওক। বেচ ॥০ আধলি এটি মাথোন।

**মতামত।—**

( ক ) **শ্ৰীযুত সত্যনাথ বৰা** বি-এল্ ডাঙৰীয়াই কয়,—

"............'আহোমৰ দিন' পঢ়িলে অকল বুৰঞ্জী শিকাই নহয় অসমীয়া ভাষাৰো ভিতৰুৱা গঢ়গতিৰ সম্ভেদ পোৱা যায়। দৰাচল পক্ষত ভূঞাদেৱে "আহোমৰ দিন" প্ৰকাশ কৰি অসমীয়া শিক্ষিত মণ্ডলীৰ এটা ডাঙৰ অভাৱ আঁতৰ কৰিলে।..."

* * *

(খ) বঙ্গালী ভাষাত অসমৰ পুৰণি তথ্য প্ৰচাৰ কৰোঁতা অসম-প্ৰবাসী সাহিত্যিক **শ্ৰীযুত গোপালকৃষ্ণ দে** ডাঙৰীয়াই লিখিছে,

"শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা এম্, এ ডাঙৰীয়াই লিখা "আহোমৰ দিন" পুথিখানি যে বহু গৱেষণাৰ ফল তাক কোৱা বাহুল্য মাথোন। বৰ্ত্তমানে

আসামৰ সম্পৰ্কে যি কেইখান ইংৰাজী বা অসমীয়া বুৰঞ্জী ছপা হৈছে তাত এখনতো এইবোৰ তথ্য এই পুথিত লিখাৰ দৰে বহলাই আৰু ধুনীয়াকৈ সুশৃঙ্খল ভাবেৰে লিখা হোৱা নাই। এইটিৰেই ইয়াৰ বিশেষত্ব। এই প্ৰবন্ধবিলাকৰ পৰা (উষাত' ওলাওঁতে) সহায় লৈ দুটী প্ৰবন্ধ (১) "আহোম ৰাজগণেৰ ৰাজাভিষেক প্ৰণালী" আৰু (২) "আহোম ৰাজ সংক্ৰান্ত বিষয়" বঙ্গসাহিত্যানুশীলনী সভা আৰু সাহিত্য পৰিষদ্ সভাত পঢ়োঁতে সমজুৱা সকলে বিশেষকৈ বঙ্গালী ভদ্ৰলোক সকলে প্ৰবন্ধৰ বিষয় শুনি ৰব ভাল পাইছিল বুলি সভাপতি ডাঙৰীয়া দুজনে মত প্ৰকাশ কৰিছিল, এইবাবে মই ব্যক্তিগতভাবে তেখেতৰ ওচৰত কৃতজ্ঞ।

প্ৰকাশক—আসাম পাব্লিছিং হাউচ।

কালী বিল্ডিং। [illegible]ৰহাট, আসাম।

---

# মতামত।—

(ক) কলিকতা হাইকোৰ্টৰ উকীল, আসাম কন্‌ফাৰেঞ্চৰ ভূতপূৰ্ব্ব সভাপতি **শ্ৰীযুত নবীনচন্দ্ৰ বৰদলৈ** বি-এল্, ডাঙ্গৰীয়াই লিখিছে।

"গোপালকৃষ্ণ গোখেলৰ জীৱনচৰিত খনি পঢ়ি বাস্তৱিকে অশেষ আনন্দ পালোঁ। যদিও কিতাপ খন সৰু তথাপি তাৰে ভিতৰত লিখোঁতাই মহাত্মা গোখেলৰ অতি সৰল অতি পৱিত্ৰ অতি সুন্দৰ মনোৰাজ্যৰ এনে এটি সুন্দৰ সুস্পষ্ট চিত্ৰ আঁকি দিব পাৰিছে যে তাৰ দ্বাৰাই শিক্ষিত মানুহ মাত্ৰৰেই মন আকৃষ্ট হয়।"

*   *   *

(খ) "আসাম বিলাসিনী"য়ে কয়,—

"অসমীয়া মাহিলি কাকত কেখানিত ভূঞাদেৱৰ প্ৰবন্ধ আৰু কবিতা যেয়ে পঢ়িছে সেয়ে বুজিব পাৰিছে তেওঁৰ ভাষাত কিমনে মাধুৰ্য্য, ভাবত কিমান গাম্ভীৰ্য্য আৰু সৌন্দৰ্য্যাদি বৰ্ণোৱাত কিমান বৈচিত্ৰ্য। গোখেলৰ জীবনকাহিনীৰ বিষয়ে আৰু কোৱা বাহুল্য মাথোন। ভূঞাদেউ শুক্লপক্ষৰ কলাকলাকৈ বাঢ়ি অহা অসমীয়া সাহিত্য আকাশৰ জোনবাই। ঈশ্বৰক খাটিছোঁ যেন তেওঁ দীৰ্ঘ জীৱন লাভ কৰে আৰু তেওঁৰ প্ৰতিভা জেউতি যেন জগৎ জুৰি বিৰিঙ্গি উঠে।"

১২ বহাগ ১৮৩৮ শঁক।

পোৱাৰ ঠিকনা।—আসাম পাব্‌লিচ্ছিং হাউচ

কালী বিল্ডিং। যোৰহাট, আসাম।

## ( 4 ) "YE SONS OF ENGLAND ! "

A poem on the present European Crisis. Published in the "Times of Assam," " Moslem Hostel Journal" and the "Century Review". Second Edition.

**Opinion :—**

"The Statesman" in its issue of September 14, 1917. says :—

"......There is compensation in all things, however, and as Sir Rabindra Nath's poetical Star is apparently about to set another has arisen, this time on the horizon of far Assam. Mr. S. K. Bhuyan of Jorhat has sentt us a copy of his poem " Ye sons of England" ! which has a swing and lilt of its own. The following four stanzas, which are all, unfortunately, that we can find room for, will give some idea of the ease and freedom with which he handles English Verse :—

'Tis your England that like Cadmus
Gave them letters light and love,
Brotherhood to all mankind as
Children of one God above.

* * *